মহাভাৰত নাৰীপৰ্ব্বৰ অন্তৰ্গত

# স্ত্রী-পৰ্ব্ব

বা

# নাৰীপৰ্ব্ব।

---

কলাবাড়ী খাবৈগুৰি নিবাসী

শ্রীধৰ্ম্মেশ্বৰ মহন্ত কৰ্ত্তৃক ৰচিত

ও

প্ৰকাশিত।

---

জিলাদৰং মোং তেজপুৰ আসাম।

পোঃ আঃ গহপুৰ।

---

প্ৰথম তাঙ্গৰণ।

---

কলিকাতা,

১২২ নং আমহার্ষ্ট ষ্ট্রীট "ৰাধাৰমণ যন্ত্ৰত"

শ্ৰীনৃত্যগোপাল চক্রবর্ত্তী দ্বাৰা মুদ্ৰিত।

বেচ—।৹ আধলি এটা মাথোন।

মহাভাৰত নাৰীপৰ্ব্বৰ অন্তৰ্গত

# স্ত্ৰী-পৰ্ব্ব



# নাৰীপৰ্ব্ব।

---

কলাবাড়ী খাবৈগুৰি নিবাসী

শ্ৰীধৰ্ম্মেশ্বৰ মহন্ত কৰ্ত্তৃক ৰচিত




প্ৰকাশিত।

জিলাদৰং গোং তেজপুৰ আসাম।

পোঃ আঃ গহপুৰ।

---

প্ৰথম তাঙ্গৰণ।

---

কলিকাতা,

১২২ নং আমহাৰ্স্ট ষ্ট্ৰীট "ৰাধাৰমণ যন্ত্ৰত"

শ্ৰীনৃত্যগোপাল চক্ৰবৰ্ত্তী দ্বাৰা মুদ্ৰিত।

বেচ—॥• আধলি এটা মাথোন।

# মুখপাত।

মহাভাৰতৰ সকলো খিনি পৰ্ব্ব প্ৰায় লাহে লাহে ছপাহৈ ওলাল, তাকে [illegible] মনতো এই নাৰীপৰ্ব্ব পুথিখানি ৰচিবলৈ ইচ্ছা বলৱতী হোৱাত,একান্ত আগ্ৰহেৰে পুথিখনি ৰচনা কৰিলোঁ। কিন্তু “উদক” মাছ খোৱা দেখি “শিৱাল” পানীত পৰাৰ দৰে হৈছে। ৰাজহংসৰ সুন্দৰ লয় লাস খোজ কঢ়া দেখি; “ঘৰ চৰাই” হৈ সেই খোজ ধৰিবলৈ আগ বাঢ়িলোঁ। ইয়াত বৰ্ণাশুদ্ধি পদৰ বিশৃঙ্খলাদি অনেক দোষ হোৱাৰ কোনো সন্দেহ নাই। এতেকে বিজ্ঞ মহোদয় সকলে সেই দোষ ক্ষমা কৰি সকলোৱে একোখনি গ্ৰহণ কৰিলে আমাৰ মানসীক শ্ৰম ও ধন ব্যয়ৰ সাৰ্থক ঘুলি ভাবিম। নিবেদন ইতি—

---

নি, ধ,নী ভৈলোহো ভোগ ভুঞ্জিবে প্ৰয়াস।
ধ,ৰ্ম্মে, মন নাই বাঞ্চো বৈকুণ্ঠত বাস॥
ই,শ্ব,ৰত নভজি ভকতি সুখে আশ।
ক,ৰ, হীন হৈয়া কৰো যুজিবাক সাস॥

জিলা দৰং পোঃ গহপুৰ
কলাবাড়ী খাবৈগুৰি
শঁক ১৮৫৫। ২২ ফাগুন
শুক্ৰবাৰ।

শ্ৰীধৰ্ম্মেশ্বৰ মহন্ত।

# নিবেদন।

---

বিশেষ কৈ চাবলগীয়া।

এই নাৰী পৰ্ব্ব পুথি খনিত কুৰুক্ষেত্ৰৰ যুদ্ধৰ শেষত অৰ্থাৎ শত কৌৰৱাদিৰ মৰণৰ পাচত, ধৃতৰাষ্ট্ৰ ও গান্ধাৰী প্ৰভৃতি স্ত্ৰী সকলৰ স্বামী, পুত্ৰৰ শোকত ক্ৰন্দন আৰু ধৃতৰাষ্ট্ৰাদি সকলোৰে কুৰুক্ষেত্ৰলৈ গমন, মৃত জনৰ শৰীৰ সংস্কাৰ, প্ৰেতকাৰ্য্যাদি সমাধা এবং শ্ৰীকৃষ্ণ, ব্যাস নাৰদে যুধিষ্ঠিৰক নানা উপদেশ দিয়ে, সেই উপদেশ মতে যুধিষ্ঠিৰে পুনঃ হস্তিনাত ৰাজ্য গ্ৰহণ কৰাৰ বিষয় ইয়াত লিখা আছে। এই পুথি খনিৰ নিচিনা পঢ়িলে শোকলগা এই পুথি নিচেই কম। ইয়াক পঢ়ি চালে সৰল চিত্তৰ ধৰ্ম্মানুৰাগী লোক সকলৰ হৃদয় বিদীৰ্ণ নহৈ নোৱাৰে। নিবেদন ইতি

বিনীত

গ্ৰন্থকৰ্ত্তা—

# সূচী।



মহাভাৰত নাৰীপৰ্ব্বৰ অন্তৰ্গত

# স্ত্ৰী-পৰ্ব্ব

বা

# নাৰীপৰ্ব্ব ।



শ্ৰীশ্ৰীকৃষ্ণায় নমঃ ।

নাৰায়ণং নমস্কৃতং নৰঞ্চৈব নৰোত্তমং ।
দেবাং সৰস্বতীং ব্যাসং ততো জয় মুদীৰয়েৎ ॥
মূকং কৰোতি বাচালং পঙ্গুং লঙ্ঘয়তে গিৰিং ।
নং কৃপা তমহং বন্দে পৰমানন্দ মাধবং ॥



# স্ত্ৰী-পৰ্ব্ব ।

## বন্দনা ।

### পদ ।

ওঁ নমো নাৰায়ণ ব্ৰহ্ম সনাতন ।
ব্ৰহ্ম হৰে চিন্তে যাৰ অভয় চৰণ
নমো নমো ভগৱন্ত পৰম পুৰুষ ।
ভকত তব গতি দেৱ জয় হৃষিকেশ ॥
তাৰ বিনে গতি নাই জীৱন মৰণে ।
চাৰি পুৰুষাৰ্থ সিদ্ধি তাহাঙ্ক স্মৰণে ।
হৃদয়ত থাকি যেহি দিয়ে সৰ্ব্ব বুদ্ধি ।
সেই হৰি স্মৰণে আৰম্ভ হৌক সিদ্ধি ।
অনন্ত ঈশ্বৰ হৰি অনন্ত চৰিত্ৰ ।
যাৰ নামে কৰে ইতো জগত পবিত্ৰ ॥
তোমাৰ মহিমা নজানয় হৰ-বিধি ।
দাস বুলি কৰা হৰি আৰম্ভৰ সিদ্ধি ॥
সৰস্বতী মাৱ মোত হুয়োক প্ৰসন্ন ।
ভাৰতৰ কথা মই কৰোহো ৰচন ॥
নানা পুণ্য কথা ইতো সংসাৰতে সাৰ ।
ব্যাস মহা মুণি পূৰ্ব্বে কৰিলা প্ৰচাৰ ॥
বোলো কৃতাঞ্জলী মই শুনা সভাসদ ।
মহামৃত তৃষা কৰো ভাৰতৰ পদ ।

কবিত্তাৰ গুণ নাই নহওঁ পণ্ডিত ।
তথাপি ভৈলেক পদ কৰিব বাক চিত ॥
মূষিকে বাঞ্চয় যেন হস্তী সমে যুজে ।
টিপচী চটকে পৰ্ব্বত লব খোজে ॥
সেই মতে মোৰ মনে আশা ভৈল বৰ ।
পঙ্গু হৈয়া ঘোৰাৰ লগত দিয়ো লৰ ॥
পঞ্চামৃত ভোগ যেন ইচ্ছা দৰিদ্ৰৰ ।
মই অজ্ঞানীৰো ভৈল সেই পটন্তৰ ॥
জানি জ্ঞানীগণে নিন্দা নকৰিবা মোক ।
মই মূৰুখৰ প্ৰতি প্ৰসন্ন হুয়োক ॥
গুৰুৰ চৰণ মনে শিৰোগত কৰি ।
ৰচিবো ভাৰত পদ মতি অনুসৰি ॥
ঘোৰ আশা কৰোঁ কিন্তু বিদ্যা বুদ্ধিহীন ।
আদৰিবা জ্ঞানীজনে জানি অতি দীন ॥
নীচ জনে বিকে যদি অমূল্য ৰতন ।
তাক জানো ঘৃণা কৰে কোন মহাজন ॥
হৰিৰ চৰিত্ৰ চয় মহাৰত্ন জানি ।
মূঢ় বোল বুলি ঘৃণা নকৰিবা জ্ঞানী ॥
শুনিয়োক সৰ্ব্বজন ভাৰতৰ পদ ।
আত পৰে নাহি আউৰ ভৱৰ সম্পদ ॥
হেন জানি শ্ৰৱণ কীৰ্ত্তন কৰা আক ।
তেবেসে এড়াইবা ঘোৰ যম যাত্ৰনাক ॥

সদাই শুনিবা বিষ্ণু বৈষ্ণৱ চৰিত।
ইহলোকে পৰলোকে তেবে পাইবা হিত॥
জানি শুনি সবে তৰিবাক কৰামন।
ৰাম ৰাম ঘোষিয়োক যত সাধুজন॥

## শত পুত্ৰ মৃত্যু শুনি ধৃতৰাষ্ট্ৰৰ ক্ৰন্দন আৰু তেওঁৰ সান্ত্বনা।

পদ।

বৈশম্পায়ন বদতি শুনিয়ো জন্মিজয়।
শুনি লাহা কুৰুক্ষেত্ৰ যুদ্ধৰ নিৰ্ণয়॥
তাত পাছে যেন ভৈল কৰিয়ো শ্ৰৱণ।
ধৃতৰাষ্ট্ৰ যেন মতে কৰিল ক্ৰন্দন॥
যিটো জনে তাহাৰ কৰিলে শোক ক্ষান্ত।
বুলিবো তোমাত মই সিসব বৃত্তান্ত॥
ভীষ্ম দ্ৰোণ সমে পুত্ৰ সবৰ মৰণ।
সঞ্জয়ৰ মুখে ৰাজা কৰিলা শ্ৰৱণ॥
যেতিয়া শুনিলা জ্যেষ্ঠ পুত্ৰৰ মৰণ।
বাপ দুৰ্য্যোধন বুলি হৰিলা চেতন॥
গুৰি কটা বৃক্ষ যেন মাটিত পৰিলা।
সিমতে পৰিয়া ৰাজাৰ চেতন হৰিলা॥

নাসাত নাহিকে বায়ু নলৰয় গাৱ।
নিধালে পৰিলা যেন মৃতকৰ ভাৱ॥
চিন্ত হুয়া পৰি আছে মাটিৰ উপৰে।
কেৱল চক্ষুৰ জল পৰে ধাৰাসাৰে॥
দেখ সঞ্জয়ৰ মনে মিলিল সংশয়।
জানোবা ৰাজাবো শোকে মৰণ মিলয়॥
এহি গুণি সঞ্জয়ে তুলিলা ধৰি হাতে।
শীতল জলক লই ঢালি দিলা মাথে॥
তথাপিতো ৰাজাৰ শৰীৰ নোহে থিৰ।
দুই ধাৰে পৰে আতি নয়নৰ নীৰ॥
হেন দেখি সঞ্জয়ৰ আকুল স্বভাৱ।
কিনো বিধতাৰ কাৰ্য্য বিপৰীত ভাৱ॥
বৃদ্ধ বয়সত আন্ধ কৰি অনাথিতি।
পুত্ৰ শোক সাগৰত পেলাইলেক কাটি॥
সুবৰ্ণৰ খাটে যাৰ সতত শয়ন।
উপৰত চন্দ্ৰতাপ দেখি বিতোপন॥
সিহেন শৰীৰ পৰে ধূলাত বাগৰি।
কিনো কৰি বিধতা স্ৰজিলা হৰি হৰি॥
হেন মনে গুণি সঞ্জয়ৰ দুঃখ মন।
ৰাজাক সাৱতি ধৰি মাতে ঘনে ঘন॥
কতো বেলি ধৃতৰাষ্ট্ৰ লভিলা চেতন।
হা হা দুৰ্য্যোধন বুলি কৰয় ক্ৰন্দন॥

হৰি হৰি কৈক গৈল প্ৰানৰ পুতাই ।
তোমাৰ বিৰহে মোৰ ইতো প্ৰাণ যাই ॥
যি শৰীৰে সুগন্ধ চন্দন প্ৰতি নিত ।
মহা যত্নে কৰে দাসীগণে সালস্কৃত ॥
ইন্দ্ৰ চন্দ্ৰ সূৰ্য্য সম শৰীৰৰ আভা ।
হেন মোৰ তনয়ৰ লুপ্ত ভৈল প্ৰভা ॥
দাসগণে যাহাক সেৱয় অনুক্ষণ ।
হেন তনয়ৰ ভৈল মৃত্তিকা শয়ণ ॥
কোমল শৰীৰ আতি ৰূপ বিতোপন ।
হেন শৰীৰক খাইব শৃগাল শগুণ ॥
যাহাৰ প্ৰতাপ দেখি সবে কৰে ভয় ।
দ্বিতীয় বাসৱ যেন আমাৰ তনয় ॥
হেন মোৰ পুত্ৰক নিলেক কোন যমে ।
এহি বুলি হৃদয়ত ঘনে মুষ্ঠি হানে ॥
পুত্ৰশোকে ৰাজাৰ গাৱত নাহি থিৰ ।
ধাৰে বহি যাই আতি নয়নৰ নীৰ ॥
কপালত মুঠি হানি কৰয় ক্ৰন্দন ।
দিলেক বিধিয়ে মোক শতেক নন্দন ॥
মোৰ দুই চক্ষু হীন ভৈল জন্মাবধি ।
পুত্ৰ চক্ষু দিল দান কৃপা কৰি বিধি ॥
পূৰ্ব্ব পাপ ফলে নভৈলেক কাৰ্য্য সিদ্ধি ।
হাতে দিয়া কাঢ়ি নিল পুত্ৰ হেন নিধি ॥

অকালতে কালে হৰি নিল পুত্ৰগণ।
একেলগে মিলিলেক সবাৰো মৰণ ॥
এক পুত্ৰ মৰিলে হৃদয়ে অসহন।
মোৰ ভাগ্যে ভৈল শত পুত্ৰৰ মৰণ ॥
কিনো মোৰ বজ্ৰময় হৃদয় কঠিন।
পুত্ৰৰ মৰণ শুনি নযাই জীৱন ॥
হৰি হৰি কিনো ঘোৰ কৰি আছো পাপ।
একে লগে পাওঁ শত পুত্ৰৰ সন্তাপ ॥
মহাশোকে ৰাজাৰ গাৱত নাহি থাৰি।
নাৰগণ সুমৰি কান্দয় পৰি পৰি ॥
হাহা দুৰ্য্যোধন বাপ দুঃশাসন, কৰ্ণ।
দুৰ্দ্ধৰিষ, বৃষকেতু, শকুনি, বিকৰ্ণ ॥
হা বাপ দুৰ্ম্মুখ, দুস্সহ মহাবীৰ।
ভগদত্ত হেন বীৰ পৰিল শৰীৰ ॥
বিৰোচন, জয়দ্ৰথ, বিজয়, সুবৰ।
হাহা ভুৰিশ্ৰৱাবীৰ, শৈল্য নৃপবৰ ॥
হৰি হৰি ভীষ্ম পিতৃ মোক গৈলা এৰি।
নৰহে জীৱন মোৰ তোমাক সুমৰি ॥
প্ৰতি পালি তুলিলা আমাক পুত্ৰ সম।
এবে মোক এৰি তুমি গৈলা কোন যম ॥
বাঞ্চিলে মিলয় তযু আপোন মৰণ।
পৰশুৰামে তোমাত হাৰিলে ঘোৰ ৰণ ॥

হেন ভীষ্মবীৰ তুমি পৰিলাহা ৰণে।
কিমতে সহিবো প্ৰাণে নৰয় জীৱনে ॥
কৰ্ণ হেন বীৰ যেন ত্ৰৈলোক্য বিজয়।
যাৰ নাম শুনি দেৱাসুৰেও কাম্পয় ॥
হেন কৰ্ণ বীৰ পৰি ৰৈল ঘোৰ ৰণে।
কিমতে সহিবো প্ৰাণে তাহাৰ মৰণে ॥
দ্ৰোণ সম বীৰ নাই ইতিনি লোকত।
অব্যৰ্থ সন্ধান যাৰ পণ্ডিত ৰণত ॥
শত্ৰুগণে ভয় কৰে যাৰ নাম শুনি।
হেন দ্ৰোণ বধে মোৰ নৰয় পৰাণী ॥
হৰি হৰি কৈকক গৈলি শকুনি দুৰ্ম্মতি।
তইসে কৰাইলি মোক এসুৱা দুৰ্গতি ॥
ভীষ্ম দ্ৰোণ বিদুৰে বুলিল বহু হিত।
আপদ কালত তাক দেখি লোহো তিত ॥
পূৰ্ব্ব জন্মে কিনো ঘোৰ আচৰিলো পাপ।
সি কাৰণে পাঁও মই দাৰুণ সন্তাপ ॥
শত পুত্ৰ শোকে মোৰ প্ৰাণ ফুটি যায়।
বৃদ্ধ কালে মোৰ কিনো ভৈলেক বিলায় ॥
হা পুত্ৰ দুৰ্য্যোধন অন্ধৰ নয়ন।
তোৰ শোকে মোৰ দেহে নৰহে জীৱন ॥
হস্তি ঘোৰা ৰথে যাৰ আগ পাচ কৰি।
সৈন্য সেনাগণে থাকে সতত আবৰি ॥

পাত্র মন্ত্রী ভাতৃ সমে বহল বিস্তাৰ।
সভা মাজে থাকে যেন দ্বিতী পুৰন্দৰ॥
হেন পুত্র পৰি বৈল ৰাজ্য পৰি হৰি।
ইতোমহা শোক মই সহো কেন কৰি॥
যাত ভেৰু নিশান বাজয় জয় ঢোল।
প্রজা সমুহৰ নুশুনিয়া মাত বোল॥
হেন হস্তীনাত ৰৱ নাহি মানুষৰ।
কাংশ পৰি জিম গৈল সমস্তে নগৰ॥
শতেক পুত্রৰ নৰহিল একজন।
কোনে মোৰ পিণ্ড জলাঞ্জলী দিবে দান॥
বিধিৰ কপট মোত মিলিল অধিক্।
ইতো চাৰ জীৱন আছোক ধিক্ ধিক্॥
যৈত পৰি আছে পুত্র শুনিয়ো সঞ্জয়।
তৈকে লাগি নিয়া মোক পৰাণ নৰয়॥
শতেক পুত্রৰ মোৰ শতেক বোহাৰী।
মোৰ হেন দশা কিনো সবে ভৈল বাঁৰী॥
শুনাহা সঞ্জয় মোৰ কণ্ঠাগত প্রাণ।
পটেশ্বৰী গান্ধাৰীক ঝাণ্টে মাতি আন॥
পুত্র শোক শেলে মোক ভেদিল হৃদয়।
ক্ষণিকতে যাওঁ মই যমৰ নিলয়॥
এহি বুলি ৰাজা অতি আকুলিত ভৈলা।
পুনৰপি ধৰণীত পৰি মূৰ্চ্ছা গৈলা॥

নাহিকে ৰাজাৰ গাৱে চেতন সমৃলি ।
দেখিয়া সঞ্জয়ে ধৰিলন্ত হাতে তুলি ॥
কতো বেলি ধৃতৰাষ্ট্ৰ লভিলা চেতন ।
পুত্ৰৰ সন্তাপে আতি ভৈল ক্ৰোধ মন ॥
শোক অগ্নি উধাই মনে ষাগি গৈলা আতি ।
বুলিলা বচন পাছে সঞ্জয়ক মাতি ॥
শুনিয়ো সঞ্জয় মোক নিয়ো এতিক্ষণ ।
যৈত আছে দুৰাচাৰ পাণ্ডু পুত্ৰগণ ॥
পাপীস্ট ভীমৰ আজি হৃদয় বিদাৰো ।
খাণ্ডা হানি অৰ্জ্জুনৰ শিৰশ্চেছদ কৰো ॥
ধৰ্ম্মাত্মা সুধীৰ যুধিষ্ঠিৰ নৃপবৰ ।
সমৰ্পিবো তাঙ্ক আজি হস্তিনা নগৰ ॥
এহি বুলি বৃদ্ধ ৰাজা বাতুলৰ নয় ।
পুত্ৰৰ সন্তাপে অতি শৰীৰ জ্বলয় ॥
দেখিয়া সঞ্জয় দুঃখী ৰাজাৰ স্বভাৱ ।
কৰে কৰ ধৰি তাঙ্ক বুলিলন্ত ভাৱ ॥
নকৰা সন্তাপ থিৰ হোৱা মহাৰাজ ।
দেখিছা যতেক সবে বিধতাৰ কায ॥
নকৰিবা অনুশোচ তুমি মহাজ্ঞানী ।
আগম পুৰাণ শাস্ত্ৰ জানিছা আপুনি ॥
মই কি প্ৰবোধ দিবো তুমি মহা জ্ঞানী ।
নিজ হৃদয়ত ভাল মতে চোৱা গুণি ॥

বৃদ্ধতো প্ৰধান শাস্ত্ৰে পৰম পণ্ডিত।
ধৰণী মণ্ডলে তুমি ৰাজা অখণ্ডিত॥
অকণ্টকে মহা সুখে প্ৰজাক পালিলা।
স্বৰ্গতো অধিকে তুমি ভোগক ভুঞ্জিলা॥
শত পুত্ৰ তুমি লভিলাহা মহাৰাজ।
মহাসুখে পালি আছিলাহা ৰাজ কায॥
এতিয়া তোমাৰ সেই দশা পালটিল।
পুত্ৰ শোকে চিৰকাল কান্দিবাক ভৈল॥
জানিবাহা কৰ্ম্মাধীন সমস্ত সংসাৰ।
বিষয়ৰ যত সুখ সকলো অসাৰ॥
ধন জন পুত্ৰ ভাৰ্য্যা বিষয়ৰ যোগ।
কৰ্ম্ম অনুসাৰে মাত্ৰ পাই ভোগা ভোগ॥
ক্ষণিক সংসাৰ ইতো নোহে চিৰ স্থায়ী।
আত চিন্তা কৰা মিচা জানা মহাৰাই॥
পূৰ্ব্বে যত আছিলেক ৰাজা ৰাজেশ্বৰ।
দীল্লিপ, মান্ধাথা, পৃথু, ৰঘু নৃপবৰ॥
নহুষ, যজাতি, হৰিশ্চন্দ্ৰ মহামতি।
সগৰ প্ৰমোখ্যে আনো আছিল নৃপতি॥
সসাগৰা বসুমতী সি সবে ভুঞ্জিলা।
মহাযজ্ঞ, দান আদি অনেক কৰিলা॥
পৃথিবীৰ ব্ৰাহ্মণক নানা দান দিলা।
দুঃখী ভীক্ষু আদি সবে অদৰিদ্ৰ ভৈলা॥

কৰিলা অনেক সদ কৰ্ম্ম যজ্ঞবৰ।
তথাপি নেৰাইলা কেঁহো কালৰ হাতৰ ॥
আছিল ৰাৱণ ৰাজা বীৰ মাজে সাৰ।
স্বৰ্গ মৰ্ত্ত্য পাটাল কৰিল অধিকাৰ ॥
অলেখ আছিল তাৰ পুত্ৰ নাতিগণ।
কোনে সীমা কৰিবেক যত পৰিজন ॥
নাছিল বলৰ ওৰ মুনিষ প্ৰধান।
তাৰ ভয়ে দেৱগণো সদা কম্পমান ॥
যেতিয়া ধৰিলে কালে কোনে ৰাখে তাক।
একতিলে সৰ্ব্বনাশ কৰিলে সবাক ॥
এতেকতে মনে তুমি কৰিয়ো বিচাৰ।
জন্ম মৰণ দুই কৰ্ম্ম বিধাতাৰ ॥
উপজিলে মৃত্যু আছে সংসাৰ ভিতৰে।
কাল অনুসাৰে জীৱ যাতায়ত কৰে ॥
কেঁহো চিৰঞ্জীৱ নোহে ইতিনি ভুবনে।
হেন জানি ৰাজা শোক নকৰিবা মনে ॥
হেন মতে সঞ্জয়ে প্ৰবোধে নানাভাৱে।
তথাপিতো কান্দে ৰাজা শোকত বিনাৰে ॥
বৈশম্পায়ন বোলে শুনা সুভদ্ৰাৰ নাতি।
আৰু বাৰ বুলিলন্ত সঞ্জয় সুমতি ॥
শুনা শুনা ৰাজা কুৰু কুলৰ নন্দন।
হেনয় বিকল তযু নহয় শোভন ॥

ভাল মতে গুনি চোৱা আপোন মনত।
মৰণ এড়াইবে কোনে পাৰে ত্রৈলোক্যত॥
ব্রহ্মা বিষ্ণু মহেশৰো আছয় পতন।
ইতিনি লোকত কেহো নাই অমৰণ॥
শুনা শুনা মহাৰাজা বোলোহো তোমাত।
কালৰ অধীন জানা তিনিয়ো জগত॥
কাল পূর্ণ ভৈলে ৰাখে নাহি হেন জন।
সি জনৰ যেনে তেনে মিলিবে মৰণ॥
সমস্তৰে মৃত্যু আছে জানা নৰ ৰায়।
হেন জানি আত তযু শোক নুযুৰায়॥
নাৰদে তোমাত পূৰ্ব্বে বুলিলা যেহেন।
বংশ নাশ হেতু দুর্য্যোধন উতপন্ন॥
সেই কথা মনে সুমৰিয়ো অন্ধৰাজ।
দুৰ্য্যোধন হেতু নাশ সমস্ত সমাজ॥
ভীষ্ম, দ্রোণ, বিদুৰে বুজাইল যেন নীত।
দুৰ্য্যোধন দুষ্টে তাক দেখিলে অহিত॥
মহা শাস্ত্রী গান্ধাৰী তাহান নিজ মাৱ।
তেহো বাধা বানী বহু বুজাইলন্ত ভাৱ॥
তথাপি কাহাৰো বাক্য নামানি দুর্জ্জন।
অপুনি মৰিল মাৰিলেক জ্ঞাতিগণ॥
শুনা আৰু মহা ৰাজা বোলোহো উচিত।
পূৰ্ব্বে নুশুনিলা তুমি বিদুৰৰ হিত॥

যি কালত পুত্ৰ দুৰ্য্যোধন ওপজয়।
কাঢ়িলা গৰ্দ্দভ ৰাৱ জন্মি দুৰাশয়॥
তেসানিয়ে বুলিলা বিদুৰ মহা জ্ঞানী।
হতো পুত্ৰ কুল ক্ষয় হেতু, নিষ্ট জানি॥
হেন জানি আক তুমি যত্নে পৰি হৰা।
তাত শ্ৰধা কৰি পাছে দুঃখত নপৰা॥
বিদুৰৰ হিত বানী নুশুনিলা তাক।
পাছে জীৱা মানে তযু ভৈল কান্দিবাক॥
পুৰাণি কথাক সুমৰিয়া মহাশয়।
এবে তযু শোক কৰিবাক যোগ্য নয়॥
তুমি সে বঢ়াইলা দন্দ্ব পাণ্ডৱ সহিতে।
তোমাৰ কুযশ ৰৈল তিনিয়ো জগতে॥
তুমি পাশা পাতিলাহা পাণ্ডৱক আনি।
কেজিনৈ, কেজিনৈ বুলি পুছিলা আপুনি॥
পাণ্ডৱৰ কাঢ়িয়া লৈলাহা সাম ৰাজে।
মাৰিবাক লাগিয়া পঠাইলা বন মাজে॥
পঞ্চ খানি গ্ৰামক খুজিলা পাণ্ডু সুত।
আপুনি আসিলা হৰি নিজে হুয়া দূত॥
কৃষ্ণক বিমুখ কৰিলেক দুৰ্য্যোধন।
কিন্তু তুমি তাত নিদিলাহা সমিধান॥
ভীষ্ম, দ্ৰোণ কৃপে বুলিলন্ত হিত বাণী।
নুশুনিলা তাক তুমি পুত্ৰ বাক্য মানি॥

কেৱল দেখিলা কর্ণ শকুনিক হিত।
আন সমস্তৰে কথা মানিলা অহিত॥
হাসি দুৰ্য্যোধনে যেবে কৰতালি দিলা।
ৰঙ্গ চাহি তুমি ৰাজা তেতিয়া আছিলা॥
কিছু নকৰিলা তুমি কৰিবাক পাৰি।
এবে অনুতাপে একো ফলক নধৰি॥
হেন জানি চিত্ত স্থিৰ কৰা মহাৰাজ।
দৈৱে সে কৰায়ে মাত্ৰ ভাল মন্দ কায॥
ধৃতৰাষ্ট্ৰে শুনি হেন সঞ্জয়ৰ কথা।
হৃদয় দগধ আতি মনে পাই ব্যথা॥
শোকে দেহা দহে আতি উৎকণ্ঠিত চিত্ত।
পুনৰপি মূৰ্চ্ছা গৈলা পৰিয়া মাটিত॥
বৈশম্পায়ণ বোলে ৰাজা কহোঁ শুনা সাৰ।
বিদুৰে দেখিলা পাছে অৱস্থা ৰাজাৰ॥
সন্নিত চাপিয়া ধৰি বুলিলা বচন।
উঠা উঠা মহাৰাজা নকৰা ক্ৰন্দন॥
যাৰ যেহি দিন মৃত্যু লিখি আছে ধাতা।
তাক এড়াইবাক কাৰ আছয় ক্ষমতা॥
শুনি আছা পূৰ্ব্বে যত মহাৰাজাগণ।
চিৰ জীৱী হুয়া জানো আছে কোন জন॥
উপজিলে মৃত্যু তাৰ অৱশ্যে আছয়।
আত চিন্তা কৰা মিছা জানা মহাৰায়॥

যেন জাৰ্ণ বস্ত্র এৰি নৱ বস্ত্র লয় ।
ভগ্ন গৃহ এৰি নৱ গৃহ প্রবেশয় ॥
তাৰ ভিন্ন ভাৱ নাই জনম মৰণ ।
কাল ভৈলে হৈবে জানা সবাৰো ধ্বংশন ॥
উপজিয়া মৰে কেহো মৰে দশ মাসে ।
গৃহবাসে মৰে কেতো কেহো বা ঔদাস্যে ॥
গর্ভতে মৰয় কেহো নিজ কৰ্ম্ম ফলে ।
কেহো কাকো মাৰিব নোৱাৰে মহাবলে ॥
সকলো মৰিব কিন্তু নিয়ম বিহুৰ ।
আগ পাছ কৰি সবে যাইব যমপুৰ ॥
মৃত্যু জন হেতু তুমি নকৰিবা শোক ।
ৰণত পৰিয়া সবে গৈল স্বৰ্গলোক ॥
সম্মুখ সমৰে যাৰ মিলয় মৰণ ।
অৱশ্যে সিজন কৰে স্বৰ্গক গমন ॥
এতেকে নকৰা শোক তুমি মহাৰায় ।
কান্দিলেয়ো তযু পুত্র নাসিব দুনাই ॥
আৰু মহাৰাজ তুমি গুনিয়ো মনত ।
দুৰ্য্যোধন কুমতিৰ জন্ম সময়ত ॥
মই যে বুলিলো আক পেলায়ো জলত ।
আত হন্তে পাছে মিলিবেক উতপাত ॥
ইয়াৰ কাৰণে কুৰু কুল হৈবে ক্ষয় ।
সসাগৰা পৃথিবীৰ মিলিবে প্রলয় ॥

গান্ধাৰীয়ো তোমাক বুলিলা বহু হিত।
নবায়োক দুৰ্জ্জনক ভীমৰ হাতত ॥
তাকো নুশুনিলা তুমি পুত্ৰৰ স্নেহত।
সন্তাপক নুযুৱাই আপোন দোষত ॥
বিদুৰৰ শুনি হেন প্ৰবোধ বচন।
লোটক মুছিয়া কিছু ভৈলা সন্ধুক্ষণ ॥
কিন্তু শোকে দহে আতি ৰাজাৰ পৰাণ।
মনত বোলয় ধিক্ মোৰ এ জীৱন ॥
হাহা মাৰিলেক মোৰ শতেক তনয়।
বৃদ্ধ কালে মোৰ কোন হৈবেক আশ্ৰয় ॥
কিনো মোৰ বজ্ৰময় হৃদয় কঠিন।
পুত্ৰৰ সন্তাপে কেনে নযাই জীৱন ॥
এহি বুলি বৃদ্ধ ৰাজা কৰিছে ক্ৰন্দন।
ৰাজাৰ দেখিয়া দুঃখ কান্দে সৰ্ব্বজন ॥
শুনা সভাসদ পদ মহাভাৰতৰ।
মনুষ্যৰ লাভ আৰ নাই আত পৰ ॥
বিষ্ণু বৈষ্ণৱৰ কথা সবে কৰা ৰতি।
একচিত্ত মনে কৰা কৃষ্ণত ভকতি ॥
তেবেসে এৰাইবা ঘোৰ সংসাৰ নিকাৰ।
ৰাম ৰাম বুলি কৰা পুৰুষ উদ্ধাৰ ॥

# ধৃতৰাষ্ট্ৰক ব্যাসে উপদেশ দিয়ে আৰু পূৰ্ব্বৰ বৃতান্ত কয়।

ছবি।

মুনিয়ে বোলন্ত বাণী, শুনা শুনা নৃপমণি,
কহো যেন ভৈল পাছ কথা।
ৰাজা অতি দুঃখ মনে, বিষাদ কৰন্ত ঘণে,
কান্দে পৃথিৱীত দিয়া মাথা ॥
হিয়াত হানন্ত মুঠি, বাতুল লক্ষণ অতি,
পুত্ৰ পুত্ৰ বুলি গেৰি পাৰে।
কিনো আচৰিলো পাপ, পাঁও হেন পুত্ৰ তাপ,
কিয় প্ৰাণ নযাই বাহিৰে ॥
হৰি হৰি দৈৱ বিধি, হাতে দিয়া পুত্ৰ নিধি,
পুনুঃ নিলা সমস্তকে বধি।
তনয়ত কৈলো আশ, তুমি কৰিলাহা নাশ,
যেন ভৈল স্বপোনৰ নিধি ॥
এক পুত্ৰ হন্তে লোক, ভুঞ্জয় বিবিধ সুখ,
মোৰ তেন শতেক তনয়।
তভো সুখ নিমিলিল, শকুনি বংশক খাইল,
যেন অগ্নি কাষ্ঠক দহয় ॥
বৃদ্ধ কালে হেন মোৰ, মিলিলেক দুঃখ ঘোৰ,
কিনো মোৰ এ মন্দ কপাল।

বিধিয়ে কৰিল হেন, অন্ধ. বৃদ্ধ পুত্ৰ হীন,
সহো কেনে হেন হৃদি শাল ॥
পুত্ৰৰ বিয়োগ দুঃখে, গান্ধাৰী মৰিব শোকে,
কাৰ্য্য নাই মোৰো জীৱনত ।
ভাগ্যে ৰাজ্য হৰুৱাইলো, সুখৰো বঞ্চিত ভৈলো,
কুখ্যাতিয়ো ৰৈল জগতত ॥
এহি মতে ৰাজা শোকে, বিলাপ কৰন্ত দুঃখে,
হেন সময়ত মুনি ব্যাস ।
অন্ধকৰ দুঃখ জানি, তথাকে আসিলা মুনি,
পাইলা কুৰু নৃপতিৰ পাশ ॥
ৰাজাক বিষাদ যুত, দেখি পৰাশৰ সুত,
বুলিলাহা বচন সাদৰি ।
শুনা শুনা কুৰুবৰ, না কান্দিবা তুমি আউৰ,
চিত্ত স্থিৰ কৰা ধৈৰ্য্য ধৰি ॥
মিছাতে কৰিছা শোক, শৰীৰত দিছা দুঃখ,
কপালেসে জানা আদি মূল ।
আৰু শুনা কহো ময়, পূৰ্ব্ব কাহি নিচয়,
উপজিলা যত ক্ষত্ৰি কুল ॥
একদিনা মই গৈলো, ব্ৰহ্মাৰ স্থানক পাইলো,
দেখিলো উত্তম সভাখন ।
নাৰদাদি মুনি বৰ্গ, মাৰ্কণ্ড অঙ্গিৰা ভাৰ্গ,
আছিল তহিতে মুনিগণ ॥

আসি হেন সময়ত, পৃথিবীয়ে বিনাৱন্ত,
বিধতাৰ ধৰিয়া চৰণে।
নমো নমো ব্ৰহ্মাদেৱ, তযু পাৱে কৰো সেৱ,
মোৰ গুৰু নাহি তুমি বিনে॥
এখনি গোচৰ কৰো, মই মহা দুঃখে মৰো,
শুনা কহো সমস্ত তোমাক।
ক্ষত্ৰি কুল লভি জাত, মোক কৰে উতপাত,
সেহি দুঃখ হন্তে ৰাখা মোক॥
পূৰ্ব্বে ভৈলা উৎপন্ন, ৰাক্ষস দানৱগণ,
মোক দুঃখ দিলেক অপাৰ।
জন্মি পাছে নাৰায়ণ, বিনাশিয়া দুষ্টগণ,
সিতো দুঃখে কৰিলা উদ্ধাৰ॥
এতিয়া সিসব খ্যাত, ক্ষত্ৰি কুলে ভৈলা জাত,
আৰু বাৰ মোক দিয়ে দুঃখ।
একো মতে পিতৃ মোৰ, নাহিকে দুঃখৰ ওৰ,
অদ্যাপি নাহিকে মোৰ সুখ॥
নৰয় নৰয় প্ৰাণ, হেন দুঃখে কৰা ত্ৰাণ,
তুমি সে আমাৰ আদি দেৱ।
তুমি মোৰ আদি কৰ্ত্তা, সুখ দুঃখ মোক্ষ দাতা,
তুমি বিনা মোৰ নাহি কেৱ॥
যদি তুমি উপকাৰ, নকৰিবা মোক আৰ,
তেবেতো যাইবোহো ৰসাতল।

এহি বুলি বসুমতী,　　মৌন হুয়া ৰৈলা সতী
মন দুঃখ চিন্তিয়া সকল ॥
পৃথিবীৰ বানী শুনি,　　বিধতা মনত গুণি,
পাছে তাঙ্ক দিলা সমিধান।
শুনিয়োক বসুমতী,　　চিন্তা নকৰিবা অতি,
শুনা বোলো বচন প্ৰমাণ ॥
কৌৰৱ বংশত জাত,　　দুৰ্য্যোধন নামে খ্যাত,
হৈব ধৃতৰাষ্ট্ৰৰ তনয়।
তান হস্তে তোমাসাৰ,　　খণ্ডিবেক মহাভাৰ,
মনে তুমি নকৰা সংশয় ॥
পুনৰপি মহাসতা,　　বুলিলা ব্ৰহ্মাক মাতি,
হে পিতামহ শুনিয়োক।
কেন মতে দুঃখ ঘোৰ,　　নিবাৰণ হৈবে মোৰ,
প্ৰপঞ্চিয়া মোত কহিয়োক ॥
শুনি ব্ৰহ্মা দেৱেতান্ত,　　আৰু বাৰ বুলিলন্ত,
আস্বাসিয়া মধুৰ বচন।
যেন মতে তোমোৰাৰ,　　গুচিবেক মহাভাৰ,
শুনা কহো তাৰ বিবৰণ ॥
চন্দ্ৰ বংশে উৎপন্ন,　　কুৰু পাণ্ডু নাম ভিন্ন,
একে সহোদৰ দুইজন।
ধৃতৰাষ্ট্ৰ হস্তে জাত,　　দুৰ্য্যোধন আদি খ্যাত,
হৈবে তান শতেক নন্দন ॥

পাণ্ডু হন্তে পাঞ্চজন, উপজিবে ভাতৃগণ,
দেৱ অংশে পৰম সজ্জন।
ৰাজ্য হেতু দুই হান্তৰ, মিলিবে কন্দল ঘোৰ,
একত্র হৈবেক ক্ষত্রিগণ॥
যদুকুলে অৱতৰি, ভাৰ হৰি বাক হৰি,
পাণ্ডবৰ হৈবেক সহায়।
কুৰুক্ষেত্রে লগাই ৰণ, তাতে যত ক্ষত্রিগণ,
সমস্তকে লগাইবেক ঠায়॥
এতেকে পৃথিবী আমি, বুলিলো নিশ্চয় বাণী,
নকৰিবা চিন্তা অকাৰণ।
দুৰ্য্যোধন হেতু সাৰ, গুচিবে তোমাৰ ভাৰ,
এবে তুমি কৰিয়ো গমন॥
হেন শুনি বসুমতী, প্রণামি ব্রহ্মাক সতী,
নিজ স্থানে কৰিলা পয়াণ।
শুনা আৰে নৰ নাথ, যেনয় শুনিলো তাত,
বুলি লোহো তোমাত প্রমান॥
সেই দুর্য্যোধন আসি, গান্ধাৰীৰ গর্ভত পশি,
ভৈলা মহা দুষ্ট ক্রোধ শালী।
তযু বংশ ধ্বংশ হেতু, জন্মিলাহা আসি সিতো,
জানিবা নিশ্চয় ক্রুৰ, কলি॥
সি কাৰণে ক্ষত্রিগণ, হুয়া সবে এক স্থান,
কুৰুক্ষেত্রে ভৈলেক নির্য্যাণ।

এতেকতে ৰাজা তুমি, শোক এড়া মনে জানি,
পূৰ্ব্ব কথা কৰিয়া শ্ৰৱন ॥
শুনা সভাসদগণ, কৰি সবে এক মন,
ইতো মহা পদ ভাৰতৰ।
শুনে আক যিবা জনে, গুচে তাৰ তেতিক্ষণে,
মহা পাপ অনেক জন্মৰ ॥
শিশু মতি ধৰ্ম্মেশ্বৰ, ভনি লোহা সাৰেসাৰ,
হৰিসে সবাৰো শ্ৰেষ্ঠ ধন।
তান পদে সবে যেন, মতি কৰা অনুক্ষণ,
নাশ যাউক যত পাপগণ ॥
সবে পুৰুষাৰ্থ কৰা, বৈষ্ণৱৰ সঙ্গ ধৰা,
সদায়ে স্মৰা হৰি নাম।
তেবেসে এড়াইবা দুঃখ, যমৰ যাতনা ভোগ,
ডাক চাৰি বোলা ৰাম ৰাম ॥



# গান্ধাৰী প্ৰভৃতি স্ত্ৰী সকলৰ শোক আৰু ধৃতৰাষ্ট্ৰ আদি সকলোৰে কুৰুক্ষেত্ৰলৈ গমন।

পদ।

অনন্তৰে জন্মিজয় সাদৰে পুচন্ত।
কোৱা পাছ কথা মুনি শুনো আদি অন্ত॥
অন্ধক নৃপতি কিবা কৰিলে তথাত।
গান্ধাৰী প্ৰভৃতি আনো নাৰী অসংখ্যাত॥
যাহাৰ তনয় শত ৰণত মৰিল।
হেন পুত্ৰ-শোক ৰাণী কিমতে সহিল॥
মৰিল ৰণত আসি যত ৰাজাগণ।
কোৱা কোনে কৰিলেক তাৰ পিণ্ডদান॥
বৈশম্পায়ণ বদতি শুনিয়ো নৃপবৰ।
ব্যাসৰ বচনে স্তম্ভি ভৈলা কুৰুবৰ॥
এতহন্তে সঞ্জয়ে বুলিলা কৰযোৰ।
এক বোলে বোলো শুনিয়োক নৃপবৰ॥
বহু দেশ হন্তে আইল অনেক নৃপতি।
নিমন্ত্ৰিয়া আনিলেক তোমাৰ সন্ততি॥
সবান্ধৱে কুৰুক্ষেত্ৰে ৰণে ভৈলা ক্ষয়।
তাৰ প্ৰেত কৰ্ম্ম কৰিবাক যোগ্য হয়॥

শুনি ধৃতৰাষ্ট্ৰ পাছে সঞ্জয়ৰ কথা।
নিশ্বাস তেজিয়া দুঃখে বুলিলন্ত তথা ॥
শুনাহা বিদুৰ তুমি আমাৰ বচন।
অন্বেষ পুৰক শীঘ্ৰে কৰিয়ো গমন ॥
গান্ধাৰী প্ৰভৃতি যত আছে নাৰীগণ।
যাঁও কুৰুক্ষেত্ৰে তাঙ্ক আনা এতিক্ষণ ॥
যিতো কথা বুলিলন্ত সঞ্জয় সুমতি।
তাঙ্ক আমি কৰিবাক লাগয় সম্প্ৰতি ॥
এহি বুলি ৰাজা মনে বিষাদ কৰিলা।
ৰথ সংযোজিবে তেতিক্ষণে আদেশিলা ॥
শুনিয়া বিদুৰ পাছে কৰিলা গমন।
গান্ধাৰী সহিতে যৈতে আছে নাৰীগণ ॥
বিদুৰ বদতি শুনিয়োক পটেশ্বৰী।
ৰাজাৰ আদেশে যাইবে লাগে শীঘ্ৰ কৰি ॥
বোহাৰী সহিতে বজায়োক সমুদাই।
কুৰুক্ষেত্ৰে যাইবে সাজু ভৈলা নৰ ৰাই ॥
একাদশ অক্ষৌহিনী সমে দুৰ্য্যোধন।
ভীষ্ম দ্ৰোণ সমস্তৰে মিলিল মৰণ ॥
সিসবাৰ প্ৰেত কাৰ্য্য কৰিবাক প্ৰতি।
কুৰুক্ষেত্ৰে গমন কৰিল নৰপতি ॥
এতেকে তোমৰা সবে নকৰি গহন।
ৰাজাৰ আদেশে চলিয়োক এতিক্ষণ ॥

মৰিলেক দুৰ্য্যোধন গান্ধাৰী শুনিলা।
আকাশি স্বৰগ যেন মাথাত পৰিলা॥
বিহ্বল ভৈলেক আতি গান্ধাৰ নন্দিনী।
পুত্ৰ শোকে মূৰ্চ্ছা গৈলা পৰিয়া ধৰণী॥
যেন নিন্দা ভৈলে গাৱে নাথাকে চেতন।
সি মতে গান্ধাৰী শোকে ভৈলা অচেতন॥
কতো বেলে চেতন লভিয়া বৰ নাৰী।
কান্দিবে লাগিলা আতি পুত্ৰক সুমৰি॥
শিৰে কৰ হানে ঘনে বাতুল পৰাই।
নাগৰে মাটিত পৰি শ্ৰুতি বুদ্ধি নাই॥
হিয়াত হানন্ত মুষ্ঠি কৌৰৱ জননী।
অন্তেষ পুৰত ভৈল ক্ৰন্দনৰ ধ্বনি॥
কেহো জনী গেৰি পাৰে পুত্ৰ পুত্ৰ বুলি।
কেহো জনী স্বামী শোকে ভৈলেক বাতুলী॥
ভানুমতী কান্দে আতি সুমৰি আলাপে।
মৃতক সমান ভৈল স্বামীৰ সন্তাপে॥
সেবেলাত উৰ্ম্মি উথলিল ক্ৰন্দনৰ।
শোকে জ্ঞান নাহি ভৈত নাৰী সকলৰ॥
শৰীৰৰ বস্ত্ৰ চিৰে খণ্ড খণ্ড কৰি।
দেহাঙ্গ ভূষণ মানে পেলায়ে আজুৰি॥
যতেক সুবৰ্ণ ৰত্ন আছিল গাৱত।
অলঙ্কাৰ মানে চিঙ্গি পেলাইলা তাৰত॥

হৰি হৰি বিধি কিনো লিখিলা কপালে।
স্বামী পুত্র বিচ্ছেদ ভৈলোহো অল্প কালে॥
কৈক লাগি যাঁও আবে কৰিবোহোঁ কিক।
নযাই জীৱন কেনে আছো ধিক্ ধিক্॥
এহি বুলি কপালত মুঠিক হানয়।
কোনো জনী ঘণে ঘণে হিয়া ধাকুৰয়॥
মহাবাৰে খলকয় যেহেন সাগৰ।
ক্রন্দনৰ ৰোল তেন স্ত্রী সকলৰ॥
বিদুৰে দেখিয়া শোকে চিন্তে হৰি হৰি।
অনন্তৰে বুলিলন্ত বচন সাদৰি॥
নাকান্দা নাকান্দা আৰু নাহি প্রয়োজন।
কান্দিলে কি পুনৰপি পাইবা মৃত্যু জন॥
নহয় উচিত তোমাসাৰ হেন ভাৱ।
ৰাজাৰ আদেশে শীঘ্রে চালিয়োক গাৱ॥
চোৱা জন্মিজয় কেনে দৈবৰ বিপাক।
অল্পিক প্রাণীয়ে দেখয় সিসবাক॥
সহস্র শতেক দাসী যাহাক সেৱিল।
দৈৱ বসে তাৰ হেন বিপত্তি মিলিল॥
চিৰকাল সমান নযায় কাৰো দিন।
সমস্ত সংসাৰ ইতো কৰ্ম্মৰ অধিন॥
এক বস্ত্র পিন্ধি যাই ৰাজ পটেশ্বৰী।
বাতুল ভৈলেক যেন জ্রক সুমৰিপু॥

হা নাথ বুলিয়া কেহো দীৰ্ঘ ডাক পাৰে।
দুগ্ধ পোষ্য শিশুক পেলাৰে কতো দূৰে।
কতো জনী পৰি কান্দে শশুৰৰ আগে।
কৰ যোৰ কৰি কেহো স্বামী দান মাগে॥
কতো জনী বোলে পাণ্ডৱক ৰাজ্য দিয়া।
কৰিবে নেলাগে দন্দ্ব সুখে কাল নিয়া॥
কতো জনী বোলে মিছা নভৈলেক ৰণ।
বন্ধুতা কৰিল দুয়ো কুৰু পাণ্ডুগণ॥
কেহো বোলে ৰণে কুৰু কুশলে আছয়।
ৰাজাক বুলিল মিছা কোন দুৰাশয়॥
এই মাত শোকাকুল যত নাৰীগণ।
শুনি অন্ধ নৃপতিৰ বিষাদিত মন॥
চৌভিতি বেঢ়িয়া কান্দে যত নাৰীগণ।
হৰি হৰি আমাসাৰ নযাই জীৱন॥
এত হন্তে ৰথ আনি যোগাইলা সাৰথি।
চড়িলা ৰথত শোকে কৌৰৱ নৃপতি॥
গান্ধাৰী উঠিলা ৰথে বধুগণ সঙ্গে।
শোকত বিহ্বল কতো বস্ত্ৰ নাহি অঙ্গে॥
হস্তিনাত আছিলেক যত নাৰী মান।
ৰণ ধৰণীক সবে কৰিলা পয়ান॥
যাহন্তে পথত কতো হোৱে অচেতন।
সুমৰিয়া স্বামী পুত্ৰ কৰয় ক্ৰন্দন॥

কোহো জনী লৈলা হাতে ধৰি আম্র ডাল।
বিমুক্ত কেশ কাৰো দেখি আউল জাউল॥
প্রথম যৌৱনী কতো দেখিতে উত্তম।
কতো জনী পূর্ণিমাৰ চন্দ্রো নোহে সম॥
ৰৌদ্রে ঘর্ম্ম বিন্দু উঠে শোভয় বৰণ।
সূর্য্যৰ কিৰণ পৰি প্রকাশে বদন॥
সুবর্ণ প্রতিমা সম কেশ মুক্ত মাথা।
কতো জনী নাৰীক দেখন্তে লাগে বেথা॥
স্ত্রী সব সহিতে যাই অম্বিকা নন্দন।
আকাশৰ হন্তে চাহি আছে দেৱগণ॥
শোকে ধৃতৰাষ্ট্র যাই অৱনত শিৰে।
পথে ভেট ভৈলা পাছে তিনি মহাবীৰে॥
কৃপ, কৃতবর্ম্মা, অশ্বত্থামা বীৰ সাৰ।
দিলা পৰিচয় নৃপতিক আপোনাৰ॥
পাছে অন্ধ নৰপতি বুলিলা বচন।
কোৱা গুৰু সুত শুনো কেনে ভৈল ৰণ॥
শুনি তিনি বীৰৰ যে হৃদয় শুখাইল।
চিন্তা দুঃখে মুখে তান বচন হৰিল॥
তিনিয়ো শোকত মহা তেজিল নিশ্বাস।
কৰযোৰে বুলিলন্ত চাপি তান পাশ॥
কি বুলিবো মহাৰাজ যেন ভৈল ৰণ।
মাতিবে খোজন্তে মুখে নোলাই বচন॥

তথাপিতো বোলো শুনা সমৰৰ কথা।
বিধিয়ে কৰিল যেন আমাৰ অৱস্থা॥
ৰণে আছিলেক যত মহাবীৰগণ।
একাদশ অক্ষৌহিণী সমে সেনাগণ॥
তযু শতপুত্ৰ সমে জানা মহাৰাই।
সমস্তবে কুৰুক্ষেত্ৰে লাগিলেক ঠাই॥
কেৱল এড়াইলো মাত্ৰ আমি তিনিজন।
বুলিলো তোমাত সবে স্বৰূপ বচন॥
বায়ু সুতে কৰিলেক তযু বংশ ক্ষয়।
অকলে মাৰিল ভীম শতেক তনয়॥
শুনিয়ো গান্ধাৰী দেবী আমাৰ বচন।
নকৰিবা শোক তুমি পুত্ৰৰ কাৰণ॥
শত পুত্ৰ তোমাৰ কৰিলে বীৰ কৰ্ম্ম।
যেহেন যুৱাই ক্ষত্ৰিয়ৰ নিজ ধৰ্ম্ম॥
মহা পৰাক্ৰম ৰণে অনেক কৰিল।
সম্মুখ সমৰে পৰি স্বৰ্গক চলিল॥
শোক পৰিহৰা মাৱ নকৰা সন্তাপ।
দুৰ্য্যোধনে কৰিলেক অসীম প্ৰতাপ॥
উৰু ভাঙ্গিলেক ভীমে অন্যায় কৰিয়া।
সিকাৰণে মোৰো মনে গৈলেক ৰাগিয়া॥
কৰিলো অধৰ্ম্ম ময়ো ন্যায় নিবিচাৰি।
নিশা ভাগে গৈলো মই হাতে অস্ত্ৰ ধৰি॥

শিবিৰে প্ৰবেশি কৰিলোহো মহামাৰ।
সবান্ধৱে পঞ্চালক কৰিলো সংহাৰ॥
দ্ৰৌপদাৰ পঞ্চ পুত্ৰ আছিল শয়নে।
শিৰশ্চেদ সবাৰো কৰিলো জনে জনে॥
ৰণ শেষ পাণ্ডৱৰ আছে সাত জন।
কৃষ্ণ যযুধান পঞ্চ পাণ্ডুৰ নন্দন॥
সংক্ষেপে সকলো কথা বুলিলো তোমাত।
অনুশোচ নকৰিবা নৃপতি আমাত॥
শক্তি অনুসৰি কৰিলোহো আমি ৰণ।
তথাপি নভৈল জিত বুলিলো বচন॥
এতেকতে হে ৰাজা পাৰিহৰা শোক।
দুনাই নেদেখিবা আউৰ দুৰ্য্যোধন পোক॥
যদি মৰা শৰ চাহিবাক আছে মন।
তেবে কুৰুক্ষেত্ৰে তুমি কৰিয়ো গমন॥
তহিতে আছয় পাণ্ডৱৰ পাঞ্চ ভাই।
এবে মহাৰাজ আমি ভৈলোহো বিদায়॥
এহি বুলি ৰাজাত মেলায়া তিনি বীৰ।
কৃতবৰ্ম্মা চলি গৈলা আপোন মন্দিৰ॥
হস্তিনা নগৰে গৈলা কৃপ মহাশয়।
বদৰিকাশ্ৰমে গৈলা দ্ৰোণৰ তনয়॥
অনন্তৰে অন্ধৰাজ মনত বিকলে।
পাইলা যাই কুৰুক্ষেত্ৰ নাৰী সম দলে॥

ধৃতৰাষ্ট্র আসিবাৰ শুনি পাণ্ডুগণে ।
পঞ্চ ভাই আলোচ কৰয় ভীত মনে ॥
যুধিষ্ঠিৰে কৃষ্ণক সম্বোধি বুলিলন্ত ।
দেখা জ্যেষ্ঠ পিতৃ কুৰুক্ষেত্রে আসিলন্ত ॥
মোৰ ইতো মুখ তাঙ্ক দেখাওঁ কোন মতে ।
কিবা কথা পুছিলে বুলিবো কেন মতে ॥
পুত্র শোকে গান্ধাৰী আসিছে ক্রোধে ধাই ।
তান চণ্ড সাপে আজি মৰো পাঞ্চ ভাই ॥
শত পুত্র মাৰিলেক ভীমে গদাঘাটে ।
হেন শোক মাৱ হৈয়া সহিব কিমতে ॥
এতেকে গান্ধাৰী শাপ দিবেক নিশ্চয় ।
আজি ৰক্ষা হেতু প্রভু নেদেখো উপায় ॥
মিছাতে কৰিলো আমি হেন ঘোৰ ৰণ ।
পিতামহ ভীষ্মক মাৰিলো অকাৰণ ॥
মিছাতে সাঞ্চিলো গুৰুবধ মহাপাপ ।
মিছা তেসে দিলো ধৃতৰাষ্ট্রক সন্তাপ ॥
বন্ধু বান্ধৱক মৰাইলোহো অকাৰণ ।
মিছা তেসে বধিলোহো জ্ঞাতি পুত্রগণ ॥
যতেক কৰিলো মানে ভৈলেক নিষ্ফল ।
ছাইত হুনিলো যেন কিছু নাই ফল ॥
আজি পঞ্চ ভাইৰ জীৱনত নাই আশা ।
ৰাজ্যক লাগিয়া মই কৰিলো নৈৰশা ॥

শুনা ভীম ধনঞ্জয় মাদ্ৰীৰ নন্দন।
তুমি সবে উপায় চিন্তিয়ো এতিক্ষণ॥
পলাইয়া প্ৰাণ ৰক্ষা কৰা চাৰি ভাই।
অভিশাপ দিয়োক গান্ধাৰী মোক পাই॥
মোৰ এই জীৱনে নাহিকে প্ৰয়োজন।
কিমতে দেখাইবো মই লোকত বদন॥
ধৃতৰাষ্ট্ৰ গান্ধাৰীৰ দেখি শোক বৰ।
কিমতে সহিবো মই তাক নিৰন্তৰ॥
এতেকে মোহোৰ জীৱনত নাহি কায।
দিউক ঘোৰ শাপ মোক যাওঁ যমৰাজ॥
হেন শুনি কৃষ্ণে পাছে বুলিলা বচন।
শুনা কুন্তি সুত দুঃখ কৰা কিকাৰণ॥
কোনে কাক ৰাখে আৰু কোনে কাক মাৰে।
নজানিবা আছে বুলি আন মোত পৰে॥
মই যাক ৰক্ষা কৰো মাৰে তাক কোনে।
যাক সংহাৰিবো তাক ৰাখে কোন জনে॥
মোৰেসে অধিন জানা যত চৰাচৰ।
মাৰন্তা ৰাখন্ত আউৰ নাহি মোতপৰ॥
হেন জানি মনে তুমি নকৰা সংশয়।
গান্ধাৰী নিদিব শাপ জানিবা নিশ্চয়॥
কৃষ্ণৰ বচন শুনি পাণ্ডুৰ তনয়।
কৰযোৰি বুলিলন্ত বচন বিনয়॥

যিবুলিলা তুমি প্ৰভো দৈবকী তনয় ।
তোমাৰ বচন সবে খানি সত্য হয় ॥
তথাপিতো মোৰ মনে আছিলেক ভয় ।
তযু বাক্যে এবে মোৰ গুচিল সংশয় ॥
এতেকতে বিলম্ব নকৰি নাৰায়ণ ।
ধৃতৰাষ্ট্ৰ গান্ধাৰীৰ ভেঁটোগৈ চৰণ ॥
এহি বুলি পাণ্ডু সুত উঠি তাৰেক্ষণ ।
আগ বাঢ়ি গৈলা ধৃতৰাষ্ট্ৰৰ সদন ॥
সৰ্ব্বজনে পাইলা ৰাজ সদন আকলি ।
পৰিচয় দিলা মই যুধিষ্ঠিৰ বুলি ॥
ধৰ্ম্মৰ পুত্ৰৰ যেবে শুনিলেক মাত ।
জানিলা পাণ্ডৱ বুলি কৌৰৱৰ নাথ ॥
ৰথ হন্তে ভূমিত নামিলা তেতিক্ষণ ।
গান্ধাৰী সাহতে আৰু যত নাৰীগণ ॥
পাছে যুধিষ্ঠিৰ ৰাজা চাৰি ভাই সমে ।
জানু শিৰে প্ৰণামিলা অন্ধৰ চৰণে ॥
শুনা সভাসদ পদ মহাভাৰতৰ ।
বিচিত্ৰ পয়াৰ নাৰী পৰ্ব্ব নাম যাৰ ॥
কুৰু পাণ্ডৱৰ স্ত্ৰী-সবৰ ক্ৰন্দন ।
শুনিলে ভনিলে দুঃখ হৰে তেতিক্ষণ ॥
বোলে দীন জনে সবে এড়ি আনকাম ।
পাতেক চাড়োক ডাকি বোলা ৰাম ৰাম ॥

# ধৃতৰাষ্ট্ৰে লোহাৰ ভীম চূৰ্ণ কৰে।

ঝুমুৰি।

বৈশম্পায়ণ নিগদতি। শুনা অভিমন্যু নাতি ॥
সঞ্জয়ে ৰাজাক ধৰি। বৈসাইলা আসন পাৰি ॥
বসিলন্ত পঞ্চ ভাই। ৰাজাৰ সম্মুখে যাই ॥
শ্ৰীকৃষ্ণ সাত্যকি সমে। বসিলন্ত সৰ্ব্বজনে ॥
সভা পাতি ৰহিলন্ত। ধৃতৰাষ্ট্ৰে বুলিলন্ত ॥
কৈত আছ ভীমতই। দেওঁ আলিঙ্গন মই ॥
সমিপ চাপিয়ো মোৰ। দেওঁ মুখে চুমা তোৰ ॥
কৈলি শত পুত্ৰ নাশ। গুচাইলি পিণ্ডৰ আশ ॥
দুৰ্য্যোধন কুমৰৰ। উৰু ভাঙ্গি কৈলি চুৰ ॥
শুনি মই এঠা আইলো। হৰিষ বিষাদ পাইলো ॥
এবে কোল চাপ মোৰ। দিবোহো প্ৰসাদ ঘোৰ ॥
এহি বুলি নৰ নাথ। আগ বঢ়াই দিলা হাত ॥
মন বাজি নৃপাতৰ। যোগবলে যদু বীৰ ॥
লোহাৰ প্ৰতিমা তাতে। দিলা নৃপতিৰ হাতে ॥
লোহাৰ ভীমক পাই। আনন্দৰ সীমা নাই ॥
মুণ্ড টিপি মাৰো বুলি। ধৰিলা কোলাত তুলি ॥
ধৃতৰাষ্ট্ৰ নৃপতিৰ। নাহিকে বলৰ ওৰ ॥
অযুত হস্তীৰ সম। গাৱে আছে পৰাক্ৰম ॥
মহাবলে আটিলেক। ঘোৰ শব্দ উঠিলেক ॥

চূৰ্ণকৃত হুয়া গৈল । মাটিত পেলায়া দিল ॥
অনন্তৰে কুৰুপতি । লোকত দেখায়া অতি ॥
নিশ্বাস তেজন্ত ঘনে । হৃদয়ত ৰঙ্গ মনে ॥
কপতে কৰয় দুঃখ । অন্তৰে মিলিল সুখ ॥
ভৈলেক ভীমৰ নাশ । পূৰিলো মনৰ আশ ॥
এহি বুলি নৰপতি । কপতে কান্দয় অতি ॥
পৰিলা মাটিত ঢলি । সমূলি মৰিলো বুলি ॥
হাসি পাছে চক্ৰপানি । ৰাজাক বুলিলা বানী ॥
শুনা শুনা নৃপবৰ । নাকান্দিবা তুমি আৰ ॥
ভীমসেন মহাতেজা । কুশলে আছয় ৰাজা ॥
তোমাৰ ক্ৰোধক জানি । তাক মই অনুমানি ॥
লোহাৰ প্ৰতিমা আনি । দিলোহো তোমাক জানি
এবে খেদ পৰিহৰা । তথু মন শান্ত কৰা ॥
ভীমক মাৰিলে কিবা । দুৰ্য্যোধন পুত্ৰ পাইবা ॥
দুৰ্য্যশ থাকিব মাত্ৰ । নিন্দিবেক সংসাৰত ॥
হেন জানি মহাৰাজ । এড়িয়ো নিন্দিত কায ॥
চিত্ত শুদ্ধ কৰা তুমি । পাণ্ডুৰক পুত্ৰ মানি ॥
তোমাৰ তনয় যেনে । পাঞ্চ ভাইক দেখাতেনে ॥
হৃদি খেদ পৰিহৰা । মনক সন্তোষ কৰা ॥
শুনিয়োক সভাসদ । মহাভাৰতৰ পদ ॥
নাৰী পৰ্ব্ব নাম যাৰ । শুনা আক সাৰে সাৰ ॥
খণ্ডিবে সমস্ত ৰোগ । মিলিবেক মহাভোগ ॥

লোৱা মাধৱৰ নাম। সিজিবে মনৰ কাম ॥
মহাপাপ ধ্বংশ যায়। এড়াইবা যমৰ দায় ॥
কহে দীন ধৰ্ম্মেশ্বৰে। হৰি ৰাম বোলা নৰে ॥

---

পদ।

মুনিয়ে বোলন্ত শুনিয়োক জন্মিজয়।
পাছে আৰু বুলিলন্ত দৈবকী তনয় ॥
শুনা কুৰুপতি তুমি বুলিলা পূৰ্ব্বত।
যেন মোৰ পুত্ৰ, তেন পাণ্ডৱৰ সুত ॥
এবে কিয় পাসৰিলা সিসব বচন।
জানি লোহো খলৰ নোহয় শুদ্ধ মন ॥
সুমৰিয়ো মহাৰাজ পৌৰাণি কথাক।
যত দুঃখ দিলা শিশু হন্তে পাণ্ডৱক ॥
পঞ্চ ভাইত দোষ নাহি গুনি চোৱা মনে।
যত কৰ্ম্ম ভৈল তয়ু পুত্ৰৰ কাৰণে ॥
শিশুকালে মাৰিবে উপায় চিন্তি মনে।
ভীমক খুৱাইলা বিষ দুষ্ট দুৰ্য্যোধনে ॥
অগণিত পুৰি মাৰো হেন মনে কৰি।
জৌগৃহ সাজিয়া থৈলা পাতিয়া নগৰি ॥
শকুনিক কুট পাশা খেলিবে বুলিলা।
ভাগ্য বশে যুধিষ্ঠিৰ সৰ্ব্বস্ব হাৰিলা ॥

দুঃশাসনে দ্রৌপদীৰ কেশত ধৰিলা ।
সভা মাজে আনি তাঙ্ক বস্ত্রক কাঢ়িলা ॥
জয়দ্রথ ৰাজাক পাঞ্চিলা দুর্য্যোধন ।
বন হন্তে কৰি নিলে দ্রৌপদী হৰণ ॥
মন দুঃখে বনত আছন্ত পঞ্চ ভাই ।
দুর্ব্বাসাক দুর্য্যোধনে দিলেক পঠাই ॥
তথাপিতো পাণ্ডুৰ ক্রোধ নজন্মিল ।
তোমাৰ পুত্রক কিছু হিংসা নাছৰিল ॥
সৈন্য সমে সাজি নৰপতি দুর্য্যোধন ।
তীর্থ স্নানিবাক লাগি কৰিলা গমন ॥
চিত্রসেন সমে ৰণ মিলিলেক তথি ।
ৰণ জিনি বান্ধি নিলে গন্ধর্ব্ব নৃপতি ॥
পাছে সেহি সমাচাৰ পাইলা পঞ্চভাই ।
অর্জ্জুনে খেদিয়া গৈই আনিলে মেলাই ॥
সিসব কথাক তুমি শুনিছা সতত ।
সমূলি নাহিকে দোষ পাণ্ডুৰ পুত্রত ॥
সমৰত অন্যায় কৰিলে দুর্য্যোধন ।
ধর্ম্ম এড়ি অনিয়মে কৰিলেক ৰণ ॥
অর্জ্জুনৰ পুত্র ষোল বৰিষৰ শিশু ।
সপ্ত ৰথি বেঢ়ি মাৰিলেক যেন পশু ॥
পাছে পঞ্চ ভাই শোকে মনত ৰাগিলা ।
প্রতিজ্ঞা সাম্ফলি কৌৰৱক সংহৰিলা ॥

যিজন ক্ষত্রিয় কৰে প্রতিজ্ঞা লঙ্ঘণ ।
চিৰকাল নৰকত ভুঞ্জয় সিজন ॥
তেবে তুমি কি কাৰণে কৰিছা আক্রোশ ।
শুণি ছোৱা পাণ্ডৱত কিছু নাই দোষ ॥
পুত্রৰ নিদানে যদি কৰিবা অকৰ্ম্ম ।
কুযশ ঘোষিবে লোকে হৈবেক অধৰ্ম্ম ॥
সমস্ত শাস্ত্রৰ তত্ব জানিছা নৃপতি ।
জানি শুনি কিকাৰণে কৰা ক্রোধ মতি ॥
যদিবা দিবাহা তুমি পাণ্ডৱক শাপ ।
তেবে জানো তোমাৰ পুত্রক পাইবা লাগ ॥
নিন্দিবেক লোকে তযু কথাক আকলি ।
হেন জানি এড়া ৰোষ মোৰ বাক্য পালি ॥
অনিয়মে মহাৰাজ অধৰ্ম্ম নকৰা ।
পাণ্ডৱৰ প্রতি তুমি চিত্ত শুদ্ধ কৰা ॥
ভাতৃৰ তনয় বুলি নানিবা মনত ।
আপোন পুত্ৰ'তাধিক জানিবা সতত ॥
এইমতে ৰাজাক বুজায়া যদুপতি ।
পাছে আৰু বুলিলন্ত গান্ধাৰীক মাতি ॥
শুনা কৌৰৱৰ মাৱ বোলোহো বচন ।
পূৰ্ব্ব কথা মনে তুমি কৰা স্মৰণ ॥
যৈসানি তোমাৰ পুত্র ৰণক বজাইলা ।
যাত্রা কালে দুৰ্য্যোধনে তোমাত বুলিলা ॥

শুনিয়োক মাৱ তযু চৰণে মেলাওঁ।
পাণ্ডৱৰ সঙ্গে ৰণ কৰিবাক যাওঁ ॥
যুজিবে ওলাইলো লৈয়া বহু সেনাগণ।
কৰিবা মঙ্গল মাৱ মই জিনো ৰণ ॥
সিকালত তযু মুখে বজাইল বচন।
যথা ধৰ্ম্ম তথা জয় শুন দুৰ্য্যোধন ॥
এবে কিয় সিতো কথা ভৈলা পাসৰণ।
তোমাৰ অলঙ্ঘ্য বাক্য নভৈল খণ্ডন ॥
একেকে জিনিল ৰণ জানা পঞ্চ ভাই।
হেন জানি তাত তযু ক্ৰোধ নযুৱাই ॥
শুনা মহা শান্তী তুমি অসন্তোষ এড়া।
মোৰ বাক্যে পঞ্চ ভাইক পুত্ৰ জ্ঞান কৰা ॥
শুনিয়া গান্ধাৰী নমি কৃষ্ণৰ চৰণ।
কৰযোৰ কৰি পাছে বুলিলা বচন ॥
নমো নমো পৰম পুৰুষ নাৰায়ণ।
যতেক বুলিলা তুমি স্বৰূপ বচন ॥
কিন্তু কেন মতে মুই সহো হৃদিতাপ।
স্মৰিয়া মোৰ শত পুত্ৰৰ সন্তাপ ॥
একে লগে গৈল সবে যম সদনক।
ঘুগুচে মনৰ শোক পুৰি মাৰে মোক ॥
নথৈলা পাণ্ডৱে মোৰ সঞ্চ পৃথিবীত।
তাতেসে মনৰ খেদ পাণ্ডুৰ পুত্ৰত ॥

তথাপি এড়িলো ক্রোধ তযু বাক্য পালি।
কিন্তু পুত্র শোকে মোক দহয় সমুলি ॥
এহি বুলি কুৰু মাৱ মৌন হুয়া ৰৈলা।
ভীমক চাহিয়া পাছে বুলিবাক লৈলা ॥
নমো নমো কৃষ্ণদেৱ পৰম পুৰুষ।
ভকতৰ গতি দাতা জয় হৃষিকেশ ॥
তযু পাদ পদ্মত কৰিলো মই আশ।
কৃপা কৰা জগন্নাথ বুলি নিজ দাস ॥
জ্ঞান হীন ভক্তি হীন মই বৰ পামৰ।
দাস বুলি মোক দয়া কৰা দামোদৰ ॥
শুনা সৰ্ব্বজন-মুকুতিক ইচ্ছা যাৰ।
ভাৰতৰ পদ নাৰীপৰ্ব্ব কথা সাৰ ॥
পৰম মধুৰ ইতো কথা অনুপাম।
সংসাৰ ব্যাধিৰ মহা ঔষধ উত্তম ॥
বিষ্ণু বৈষ্ণৱৰ একো নাহি ভিন্ন পৰ।
শ্রৱন কীর্ত্তনে ফল মিলয় ইহাৰ ॥
শুনিবাকো অমৃত সিঞ্জয় মন কাম।
পাপক নাশিয়ো সবে বুলি ৰাম ৰাম ॥



## গান্ধাৰী সহিতে পাণ্ডৱ সকলৰ উত্তৰ প্ৰত্যুত্তৰ।

ডুলৰি।

অনন্তৰে দেবী, গান্ধাৰী বুলিলা,
ভীমক, আতি বিমনে।
শুন শুন ভীম, কৰিলিহি যেন,
তই অনিয়ম ৰণে॥
দুৰ্য্যোধন সমে, তোৰ যেবে ভৈল,
গদাযুদ্ধ ভয়াঙ্কৰ।
তৈসানিয়ে তই, কৰিলিহি যেন,
কৰ্ম্ম অতি গুৰুতৰ॥
নাভিৰ অধোত, গদা প্ৰহাৰিতে,
নাহিকে শাস্ত্ৰ সম্মত।
তেবে তই কেনে, ধৰ্ম্মক উচ্ছেদি,
কৰিলি উৰুত ঘাট॥
অনিয়মে ঘোৰ, মাৰিলিহি মোৰ,
জ্যেষ্ঠ পুত্ৰ দুৰ্য্যোধন।
শতেক তনয়, মাৰি আছ তয়,
বংশক কৰি উচ্ছন্ন॥

তাতে আৰু তোৰ, সম্বন্ধত হোৱে,
জ্যেষ্ঠ ভাতৃ দুৰ্য্যোধন।
তাঙ্ক তই কেনে, আগ বাঢ়ি ৰণে,
কৰিলি গদা ঘাটন ॥
শাস্ত্ৰৰ বিৰোধ, কৰ্ম্ম আচৰিয়া,
ভৈলিহি সোদৰ বধি।
ক্ষণেকতে তই, নাশি পুত্ৰগণ,
কৰিলি স্বপোন নিধি ॥
গান্ধাৰীৰ হেন, শুনিয়া বচন,
ভয়ে কাম্পে ভীমসেন।
আগ বাঢ়ি-কৰ যোৰ কৰি পাছে,
বুলিবে লৈলাবচন ॥
শুনা মাৱ যেন, তোমাত মেলাও,
পূৰ্ব্বৰ যত কাহিনী।
আমাৰ প্ৰতিজ্ঞা, আছিল যেহেন,
তাক তুমি আছাজানি ॥
সিকাৰণে মই, আছৰিলো হেন,
কৰ্ম্ম আতি গুৰুত্তৰ।
ৰণে তাঙ্ক আমি, জিনিবে নোৱাৰি,
অন্যায়ে চিন্তিলো মাৰ ॥
ক্ষত্ৰিয়ৰ ধৰ্ম্ম, আছে যেনেকুৱা,
তাক তুমি জানা মাৱ।

প্রতিজ্ঞা এৰিলে, অধৰ্ম্ম সিজয়,
নৰকত হোৱে ঠাৱ ॥
সিকাৰণে নিজ, প্রতিজ্ঞা সাফলি,
ভাঙ্গিলো উৰু তাহাৰ।
আপোন দোষত, সবেয়ো মৰিল,
তনয় শত তোমাৰ ॥
আৰু চোৰোঁ মাৱ, শিশু কাল হন্তে,
যত দুঃখ দিলে মোক।
সিসব কথাক, জানি আছা তুমি,
বোলন্তে বিদৰে বুক ॥
বালক কালত, দিলা বিষ মোক,
মাৰিবাক দুৰ্য্যোধনে।
জতু গৃহে থৈলা, অগনি জ্বালিলা,
আমাক দহিবে মনে ॥
তাত ৰাখিলেক, জগত ঈশ্বৰ,
আছিল আয়ু আমাৰ।
তথাপি তাহাৰ, দয়া নজন্মিল,
পাশাক পাতিল আৰ ॥
যত ধন জন, সবে কাঢ়ি লৈল,
দয়াহীন দুৰ্য্যোধন।
দেশৰ ডাকিল, বনক খেদাইল,
নুশুনি কাৰো বচন ॥

বনবাসে যত, দুঃখক ভুগিলো,
কি কৈবো মাত্ৰ তোমাত।
মনত সুমৰি, সিসব কথাক,
অগনি জ্বলে গাৱত॥
কাম্যক কাননে, আছো কতোদিন,
তৈতো ক্ৰূৰ দুৰ্য্যোধন।
সৈন্ধব ৰাজাক, পাঞ্চিয়া দিলন্ত,
দ্ৰৌপদী কৈলা হৰণ॥
আত অনন্তৰে, দুৰ্ব্বাসা ঋষিক,
অনেক কৰি যতন।
মনত হৰিষে, দিলন্ত পঠাই,
সাপিবাক প্ৰতি মন॥
তাতো আমাসাক, ব্ৰহ্ম শাপ হন্তে,
ৰাখিলা মাধৱে যাই।
অন্তেষ পুৰত, থাকি তুমি মাত্ৰ,
সমস্ত বাৰ্ত্তাক পাই॥
তোমাৰ তনয়ে, দিলা দুঃখ যত,
কতনো বুলিবো আই।
সিকাৰণে ময়ো, গুৰুতৰ ক্ৰোধে,
মাৰিলো চলক পাই॥
আৰু শুনা মাত্ৰ, বোলোহো তোমাত,
আমাৰ যেন কপাল।

বিৰাট নগৰে, অজ্ঞাত বৰিষ,
দাসত্বে বঞ্চিলো কাল ॥
বনবাস হন্তে, নিকাৰ ভুঞ্জন্তে,
আসি ভৈলো কতো কালে।
পঞ্চখানি গ্ৰাম, খুজিবাক লাগি,
পঠাইলো আমি গোপালে ॥
উভয় কুলৰ, কন্দল ভাঙ্গিবে,
গৈলা যদুকুলপতি।
ঋষি মুনিগণো, গৈলন্ত তথাকে,
তাঙ্ক বুজাইবাক প্ৰতি ॥
তথাপি তোমাৰ, তনয়ে বুলিল,
ৰাজ্য নেদো যুদ্ধ বিনে।
সিসব কথাক, শুনি আছা তুমি,
লোক মুখে দিনে দিনে ॥
ৰাজ্য দিব কথা, দূৰতে তেজিয়ো,
কৃষ্ণক বান্ধিবে মন।
কৈত শুনি আছা, হেন নিদাৰুণ,
কৰ্ম্ম কৰে কোন জন ॥
পাছে ভীষ্ম দ্ৰোণ, বিদুৰ প্ৰমোখ্যে,
বুলিলা অনেক বাক।
তুমিয়ো বুজাইলা, এবে পাসৰিলা,
মনে সুমৰিয়ো তাক ॥

কাৰো বাক্য সিতো, শুনিল কানে,
ৰণকেসে কৈল সাৰ।
সিকাৰনে মই, মাৰিলো তাহাক,
কি দোষ ভৈল আমাৰ॥
তাক নেমাৰিলে, নাপাওঁ ৰাজ্য আমি,
ৰঞ্চিত সকলো সুখে।
তুমি জানা আই, দুঃখক লাগিয়া,
কোনে ৱাঞ্চা কৰি থাকে॥
সুখৰ নিদানে, সবাৰো বাঞ্চিত,
সবেয়ো কৰে যতন।
সিকাৰণে আমি, ধৰ্ম্মাধৰ্ম্ম এড়ি,
বধিলো তযু নন্দন॥
সভামাজে নিয়া, দ্রৌপদী দেবীক,
দেখাইলা আপোন উৰু।
তাতেসে মোহোৰ, দাৰুণ ক্রোধত,
ভাঙ্গিলো তাহান উৰু॥
আপোন দোষত, অধৰ্ম্মৰ ফলে,
সবে গৈল যমলোক।
হেন জানি মায়, মনে অসন্তোষ,
নকৰিবা তুমি মোক॥
শুনিবাহা আই, তোমাৰ চৰণে,
একেৰি কৰো গোচৰ।

কৌৰৱক মাৰি, এতিয়াহে মোৰ,
হৰিষ ভৈল অন্তৰ ॥

---

পদ।

ভীমৰ বচন শুনি গান্ধাৰ নন্দিনী।
নিশ্বাস তেজিয়া দুঃখে বুলিলন্ত বাণী ॥
যি বুলিলা বাপু তুমি সবে সত্য হয়।
আপোন দোষতে আপুনিয়ে ভৈল ক্ষয় ॥
জানিলোহো দুর্য্যোধন বহু অপকাৰী।
সিকাৰণে নিষ্কণ্টক ভৈলি তাক মাৰি ॥
দুৰ্য্যোধন পুত্ৰ মোৰ বৰ দুৰাচাৰ।
ভাল কৰিলিহি তাক কৰিয়া সংহাৰ ॥
কিন্তু দুঃশাসনে কি কৰিলে অপকাৰ।
অকাৰণে কিয় তাৰ চিন্তিলিহি মাৰ ॥
তাতে তোৰ কনিষ্ঠ ভায়েৰ পুত্ৰ সম।
কেনমতে তেজ তাৰ কৰিলি ভক্ষণ ॥
শুনন্তে ইকথা যেন ৰাক্ষসৰ নয়।
কিয় কৰিলিহি হেন কাৰ্য্য বিপৰ্য্যয় ॥
বায়ু সুত বদতি শুনিয়ো মাৱ তুমি।
কি কাৰণে পুচা মোত সব আছা জানি ॥
তয়ু উদৰত যত জন্মিল নন্দন।
জানিবা নিশ্চয় সবে কপটি দুৰ্জ্জন ॥

যেবে দুঃশাসনে দ্ৰৌপদীৰ চুলে ধৰি।
টানি আনি সভামাজে বস্ত্ৰ লৱে কাঢ়ি॥
তেতিয়া বুলিলো মই অঙ্গীকাৰ কৰি।
ইয়াৰ শোনিত খাইবো হৃদয় বিদাৰি॥
পূৰ্ব্বতে কৰিলো মই হেন অঙ্গীকাৰ।
জানা সিকাৰণে মাৰি পিলো তেজতাৰ॥
ক্ষত্ৰিয় জাতিৰ মাৱ কাতো নাই মোহ।
কেতিয়াবা বাপ-পোৱে নাথাকয় স্নেহ॥
হেন জানি মোত কোপ নহয় যুগুত।
প্ৰতিজ্ঞা সাম্ফলি মাৰি আছো তযু সুত॥
এহিবুলি নমাতি ৰহিলা ভীমবল।
পুত্ৰ শোকে গান্ধাৰীৰ মনত বিকল॥
পুনুঃ বুলিলন্ত শুন বায়ুৰ নন্দন।
শত পুত্ৰ শোকে মোৰ নৰহে জীৱন॥
গৰ্ভত ধৰিলো যেবে সহো কেনে প্ৰাণ।
কুপুত্ৰ সুপুত্ৰ দুয়ো মাৱত সমান॥
পুত্ৰৰ বিয়োগে দেহা পুৰি মাৰে মোক।
একোমতে নাপাসৰো তনয়ৰ শোক॥
হেন শুনি যুধিষ্ঠিৰে বুলিলা বচন।
শুনা মাৱ তুমি শোক কৰা অকাৰণ॥
মিছাতেসে অসন্তোষ কৰিছা আমাক।
কোনে এৰাইবাক পাৰে দৈবৰ বিপাক॥

আৰু তযু গৰ্ভে যত ভৈলেক নন্দন।
সবে দুৰাচাৰী, কাৰো ধৰ্ম্মে নাহি মন ॥
নিজ দোষে তোমাৰ তনয় মৰিলেক।
ছিদ্ৰ মাত্ৰ কেৱল আমাত ৰহিলেক ॥
কাল অনুসাৰে মিলে সবাৰো মৰণ।
মৰণ জনৰ এক থাকয় কাৰণ ॥
কেহোজন সৰ্পৰ দংশনে মৃত্যু হয়।
কোনোজন বৃক্ষহন্তে পৰিয়া মৰয় ॥
মহীযত মৃত্যু কাৰো কেহোবা গণ্ডত।
কাৰোবা মৰণ মিলে হস্তীৰ শুণ্ডত ॥
জলে ডুবি মৰে কেহো কেহোবা ব্যাঘ্ৰত।
অস্ত্ৰাঘাটে মৰে কেহো কেহো বৰাহত ॥
আত্ম ঘাট হৈয়া কাৰো মিলয় মৰণ।
মৃতক জনৰ এক থাকিব কাৰণ ॥
তযু পুত্ৰগণ মাৰ মৰিল আপুনি।
কিন্তু আমি ভৈলোঁ মাত্ৰ কেৱল কাৰুণি ॥
পৃথিবীত অপযশ ৰহিল আমাৰ।
মৰিলেক শতভাই দোষে আপোনাৰ ॥
অনীতি কৰিলে বহু তোমাৰ নন্দনে।
নানা দুঃখ আমাক দিলেক দিনে দিনে ॥
বালক কালতে আমি ভৈলো পিতৃহীন।
দুঃখে সুখে ৰৈলো জেষ্ঠ্য পিতৃৰ অধীন ॥

কতোকালে নৃপতিৰ সুকৃপা মিলিল।
দয়া কৰি মোক ইন্দ্ৰপ্ৰস্থ ৰাজ্য দিল॥
তাক দেখি দুৰ্য্যোধন নসহিল গাৱ।
শকুনিৰ সহিতে প্যাতিলা কুট ভাৱ॥
জন্মাবধি বহু হিংসা আমাক কৰিল।
তথাপিতো তাৰ মনে দয়া নোপজিল॥
মোক মাতি আনি পাশা খেলক পাতিলা।
ৰাজ্য কাঢ়ি লৈলা বনে আমাক খেদিলা॥
জানা মাৱ যদি বিষ বৃক্ষক ৰোপয়।
আপুনি কাটিলে তাৰো মহাপাপ হয়॥
হেন মতে শাস্ত্ৰত কহয় মুনিগণ।
তথাপিতো তাকো নুগুনিল দুৰ্য্যোধন॥
নথৈলেক বাকী আৰু দুৰ্য্যোধন ভাই।
বনে বনে ভ্ৰমাইল যেহেন দীন প্ৰাই॥
তাক সুমৰিলে মোৰ বিদৰে পৰাণ।
হৰি হৰি জীৱন নগৈল কিকাৰণ॥
নমৰি আছিলো হেতু পুনঃ আসি ভৈলো।
ধৌম্যক পাঠিয়া নিজ ৰাজ্যক মাগিলো॥
নুশুনিল ঋষি বাক্য ৰাজ্যক নিদিল।
তাক শুনি মোৰ মনে বিষাদ জন্মিল॥
পূৰ্ব্বে যেন নিয়ম কৰিল দুৰ্য্যোধন।
তাত নিস্তাৰিয়া আনিলেক নাৰায়ণ॥

এবে কিয় ৰাজ্য পুনুঃ নিদিয়ে আমাক ।
সিকাৰণে স্থিৰ কৈলো ৰণ কৰিবাক ॥
পুনৰপি গুনিয়া চিত্তত দিলো ঠাই ।
ভাই ভাই বিৰোধে আমাৰ কাৰ্য্য নাই ॥
কিন্তু ভীম ধনঞ্জয় মাদ্ৰীৰ তনয় ।
নুশুনে বাধাকো মোৰ ক্ৰোধে অগ্নিময় ॥
তেবে কৃষ্ণ সমে মই কৰিয়া যুগুতি ।
পঠাইলো তাহাঙ্ক পুনুঃ বুজাইবাক প্ৰতি ॥
বিবাদে নাহিকে কাৰ্য্য শুনিয়ো গোসাই ।
লউক সমস্ত ৰাজ্য দুৰ্য্যোধন ভাই ॥
আমাক দিয়োক মাত্ৰ গ্ৰাম পঞ্চ খানি ।
সমস্ত কথাক তাঙ্ক বুলিবা আপুনি ॥
শুনি কৃষ্ণ পাইলা পাছে হস্তিনাক যাই ।
নৃপতিত সব কথা বুলিলা বুজাই ॥
কৃষ্ণৰো বচন নুশুনিল দুৰ্য্যোধন ।
বুলিলা তথাতে বহু সমজ্যাৰ জন ॥
ভীষ্ম দ্ৰোণ বিদুৰেয়ো বুজাইলা বহুত ।
কাহাৰো কথাক নুশুনিল তযু সুত ॥
কেৱল কৰিল মাত্ৰ ৰণ কেসে সাৰ ।
কৃষ্ণ মুখে বুজিলোহো সব সমাচাৰ ॥
যুজিবাক সাজুভৈল পাছে দুৰ্য্যোধন ।
পৃথিবীৰ ৰাজাক দিলেক নিমন্ত্ৰণ॥

একাদশ অক্ষৌহিনী সাজি সেনাগণ।
লগত সহায় আৰু লৈলা বীৰগণ॥
শুনি ভাত ভৈলা পাছে ভীম ধনঞ্জয়।
শেষে সংযোজিলা আনি অল্প সেনাচয়॥
কেৱল কৃষ্ণক মাত্র আমি সখা পাইলো।
তাহান সহায়ে সমৰক লাগি গৈলো॥
তথাপিতো ৰণ মাজে বুলিলো দুনাই।
শুনা দুর্য্যোধন বিৰোধত কাৰ্য্য নাই॥
কাঢ়ি লৈলা তুমি মোৰ সবে ৰাজ্যভাৰ।
বাকলি বসন ফল মূলেহে আহাৰ॥
বণত ফুৰিলো আমি দণ্ডে যুগ যায়।
সুখে ৰাজ্য কৰা তুমি দুৰ্য্যোধন ভায়॥
এভো ৰাজ্য এড়ি যদি দিবাহা আমাৰ।
তেবেসে আমাৰ তুমি আমিয়ো তোমাৰ॥
বোলোহোঁ তোমাত জ্ঞাতিগণ ৰক্ষাকৰা।
দুয়োঘৰ ৰহোক কন্দল পৰিহৰা।
এহিমতে অনেক বুলিলো বাৰম্বাৰ।
তথাপিতো নুশুনিল তনয় তোমাৰ॥
শুনি চোৱা মাৱ আমাসাত দোষ নাই।
বাৰে বাৰে কতনানো বুলিলো বুজাই॥
প্ৰতিজ্ঞা পালনে ক্ষত্ৰিয়ৰ আছে ধৰ্ম্ম।
তাক নাচৰিলে আই সিজয় অধৰ্ম্ম॥

সিকাৰণে কৌৰৱক মাৰিলো ৰণত।
যাৰ যেন অঙ্গীকাৰ আছিল পূৰ্ব্বত॥
তথাপি তোমাৰ মনে আছে অসন্তোষ।
শাপি ভষ্ম কৰা হৌক তোমাৰ সন্তোষ॥
শাপ যোগ্য কৰ্ম্ম কৰি আছো নৰাধমে।
ৰাজ্য লোভে জ্ঞাতি বধ কৰিলো অধমে॥
জ্ঞাতি বধি চাণ্ডাল কৰিলো পাপ কৰ্ম্ম।
সংসাৰে কুখ্যাতি ভৈল সিজিল অধৰ্ম্ম॥
এতেকে মোহোৰ জীৱনত কিবাফল।
দিয়া চণ্ড শাপ মোক যাওঁ ৰসাতল॥
যুধিষ্ঠিৰ ৰাজাৰ শুনিয়া হেন বানী।
মনত সন্তোষ পাইলা কৌৰৱ জননী॥
পাণ্ডৱ সবত পুত্ৰ সম স্নেহ ভৈলা।
বচনে সাদৰি পাছে বুলিবাক লৈলা॥
যিবুলিলা বাপ তুমি সবে সত্য হয়।
তোমাসাত দোষ নাই জানিলো নিশ্চয়॥
নিদিবোহোঁ শাপ ভয় নকৰিবা মনে।
কিন্তু মোৰ পুত্ৰ শোক নসহয় প্ৰাণে॥
তোমাৰ জননী কুন্তী আসিছে ইঠাই।
তাঙ্ক ভেঁটিয়োক শীঘ্ৰে তুমি পঞ্চভাই॥
এহিবুলি নিচুকি থাকিলা কুৰুমাৱ।
অনন্তৰে যুধিষ্ঠিৰ চালিলেক গাৱ॥

গান্ধাৰীৰ বাক্য মানি পাণ্ডু বাৰবৰ।
শ্ৰীকৃষ্ণ সাত্যকি সমে উঠিল সত্বৰ॥
নমিলন্ত গৈয়া সবে কুন্তীৰ চৰণে।
মাৱ পোৱে দৰশন ভৈলা চিৰ দিনে॥
পঞ্চ ভাইক কুন্তী পাছে দিলা আশীৰ্ব্বাদ।
কিন্তু কৰ্ণ শোকে দেৱী মনত বিষাদ॥
হেন দেখি কুন্তীক বুলিলা নাৰায়ণ।
হৰিষ কালত কিয় দেখোহো বিমন॥
মই যেন তোমাক বুলিলো পূৰ্ব্বকালে।
চোঁৱা এবে সাম্ফলিলো কাৰ্য্যক সকলে॥
শুভকালে তোমাৰ কিসৰ চিন্তা সতী।
হস্তিনাত ভৈল তযু পুত্ৰ অধিপতি॥
কুৰু কুল সমস্ত গৈলেক ৰসাতল।
দেখা পুত্ৰ স্বামী শোকে কান্দিছে সকল॥
আত কেনে বিষাদ দেখোহো তযুমন।
হেন শুনি কুন্তীদেৱী বুলিলা বচন॥
যিমান বুলিলা প্ৰভু সকলো সিজিল।
কিন্তু এক কামে মোৰ বিষাদ মিলিল॥
তুমি সকলোৰে কৰ্ত্তা তুমি আদি দেৱ।
তুমি বিনে কৰন্তা নাহিকে আন কেৱ॥
ত্ৰৈলোক্যৰ অধিকাৰী তুমি নাৰায়ণ।
তুমি বিনে ৰাখে মাৰে নাহি হেন জন॥

তুমি হেন সিদ্ধ পাণ্ডৱৰ সখা ভৈলা ।
তেবে কিয় সুভদ্ৰাৰ পুত্ৰক মৰাইলা ॥
তাতে আৰু অভিমন্যু ভাগিন তোমাৰ ।
তাহাৰ মৰণ শুনি দুঃখ পাইলো বৰ ॥
সেই শোকে মোৰ দেহা দহে অনুক্ষণ ॥
নৰহে জীৱন মোৰ শুনা নাৰায়ণ ॥
হেন শুনি কৃষ্ণে পাছে বুলিলন্ত মাতি ।
কিকাৰণে মোত তুমি দুঃখ কৰা আতি ॥
যাৰ ভাগ্যে যেন লিখি আছয় বিধতা ।
তাক খণ্ডাইবাক কাৰ আছয় ক্ষমতা ॥
ময়ো তাক অন্যথা কৰিবে নপাৰিবো ।
বিধিৰ নিয়ম তাক কিমতে লঙ্ঘিবো ॥
আয়ু অনুৰূপে প্ৰাণী জীৱন মৰণ ।
কাৰ শক্তি আছে তাক কৰে নিবাৰণ ॥
কোনোজনে বহুকাল জীয়ে কৰ্ম্মফলে ।
কেহোজন কৰ্ম্মফলে মৰে অল্পকালে ॥
পাপতো নমৰে প্ৰাণী নিজীয়ে পুন্যত ।
কৰ্ম্ম অনুসাৰে জীৱ কৰে যাতায়াত ॥
হেন জানি মোত নকৰিবা অসন্তোষ ।
কৰ্ম্মফল জানি কৰা চিত্তক সন্তোষ ॥
এতহন্তে আসি পাইলা উত্তৰা কুমাৰী ।
স্বামী শোকে কান্দে অতি পৃথিবীত পৰি ।

হাহা প্ৰাণ নাথ অভিমন্যু মহাবীৰ।
তোমাৰ বিৰহে মোৰ নৰয় শৰীৰ॥
যাৰ মোমা বাসুদেৱ বাপ ধনঞ্জয়।
সিজন মৰণে মোৰ পৰাণে কি সয়॥
এহি বুলি কান্দে শোকে উত্তৰা কুমাৰী।
দ্ৰৌপদী বিষাদ কৰে কুন্তী পাৱে ধৰি॥
শুনা শাশু আই মোৰ দশা ভৈল যেনে।
মোৰ পাঞ্চ পুত্ৰ ৰাত্ৰি আছিল শয়নে॥
দিবা ভাগে ৰণশ্ৰমে ভাগৰে পীড়িল।
সেই হেতু ঘোৰনিদ্ৰা পাৰিয়া ৰহিল॥
হেন চলপাই দ্ৰোণ সুত ক্ৰুৰমতি।
মাৰিল তনয় মোৰ খড়্গে শিৰকাটি॥
সহো কেনমতে মই হেন হৃদিতাপ।
পুৰি মাৰে তনয়ৰ দাৰুণ সন্তাপ॥
আৰু কি বুলিবো আই মোৰ দুঃখ কথা।
পূৰ্ব্বে দুঃশাসনে যেন কৰিলে অৱস্থা॥
চুলি ধৰি কদৰ্থিলে মুখ চাই চাই।
শৰীৰৰ বস্ত্ৰ কাঢ়ি নিলে সমুদাই॥
কৰিলো শপত মই সভাৰ ভিতৰ।
মুক্ত কেশে আছিলোহো দ্বাদশ বছৰ॥
তেতিয়া কৰিল ভীমে প্ৰতিজ্ঞা পূৰণ।
আনি দিলে তেজ তাৰ মাৰি দুঃশাসন॥

সেই তেজ তৈল্য সমে মাঞ্জিলো শিৰত।
সিদিনাৰে পৰা দুঃখ গুচিল মনত॥
চিৰদিন তোমাত আছিলো অদৰ্শন।
আজিসে ভেঁটিলো আই তোমাৰ চৰণ॥
শুনিয়োক সৰ্ব্বজন থিৰ কৰি মন।
নাৰীপৰ্ব্ব কথা ইতো অতি বিতোপন॥
শুনন্তা ভনন্তা দুইৰো মিলয় কুমুতি।
পাপ নাশ যাই মিলে হৰিত ভকতি॥
নমো নাৰায়ণ প্ৰভু মই বৰ অনাথ।
মই দুঃখীতক দায়া কৰা জগন্নাথ॥
তোমাৰ চৰণে প্ৰভো মই কৰো আশ।
জন্মে জন্মে হৈবো তযু চৰণত দাস॥
তুমি হৰি মোৰ হৃদয়ত দিলা মন।
ইতো ভাৰতৰ পদ কৰিলো ৰচন॥
বঢ়া তুটা দোষ মোৰ কৰা উপশাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম॥



# গান্ধাৰী প্ৰভৃতি স্ত্ৰী সকলৰ যুদ্ধৰ-ঠাইলৈ গমন আৰু নিজ-পতি পুত্ৰৰ মৃত শৰীৰ দেখি সকলোৰে বেজাৰ।

পদ।

মুনিয়ে বোলন্ত শুনা পৰীক্ষিত সুত।
নাৰী সকলৰ যেন ক্ৰন্দন অদ্ভুত॥
কুৰু পাণ্ডু দুইহাস্তৰ যত নাৰী মানে।
মৃত শৱ চাহিবে গৈলন্ত দুঃখ মনে॥
সঞ্জয়ে ধৰিলা ধৃতৰাষ্ট্ৰৰ হাতত।
লাসে লাসে লৈযান্ত আৰোপি শৰীৰত॥
ভীমাৰ্জ্জুন যুধিষ্ঠিৰ শ্ৰীকৃষ্ণ সহিতে।
সৱৰজন যাই ধৃতৰাষ্ট্ৰৰ পাচতে॥
ৰণভূমি মাজত পশিলা সবে যাই।
মহাভয় পাইলা সবে দেখি সেহি ঠাই॥
শোনিতে ভৈলেক পঙ্ক ৰণ ভূমি খান।
মৰা সৱ পৰি আছে পৰ্ব্বত সমান॥
হাতে মুণ্ড তুলিয়া নাচিছে ভুতগণ।
প্ৰেত পিশাঞ্চক দেখি ভীত হবৈ মন॥

কৰিছে আবাৱ যত কাক গৃধগণ ।
শোনিত মাংসক কতো কৰিছে ভক্ষণ ॥
ফেকুৱাই কৰেৰৱ কুকুৰে নাদয় ।
কতো কতো শৱ ধৰি জম্বুকে টানয় ॥
ডাকিনী যোগিনীগণে আটাস পাৰয় ।
শবৰ উপৰে শৱ দেখি লাগে ভয় ॥
শ্বাপদ জন্তুয়ে আতি কৰে কোলাহল ।
ৰোম শিহৰিয়া যায় দেখি ৰণ স্থল ॥
তথাপি নকৰে ভয় যত নাৰীগণ ।
নিজ পতি পুত্ৰ সবে কৰে অন্বেষণ ॥
কোনো জনী পাইলা যাই স্বামীক দৰ্শন ।
বুকত সাৱতি ধৰি কৰিছে ক্ৰন্দন ॥
হাহা কৈক গৈলা মোৰ প্ৰভু প্ৰাণ নিধি ।
কিমতে কৰিলা মোক বিধৱাৰ সিদ্ধি ॥
কাৰ মুখ চাই গৃহবাসে ভুঞ্জো সুখ ।
হৰি হৰি আউৰ নেদেখিবো স্বামী মুখ ॥
উঠা উঠা প্ৰাণ নাথ নিদ্ৰা পৰিহৰা ।
কান্দে তয়ু প্ৰাণপ্ৰিয়া কোল চাপি ধৰা ॥
হেন মতে কতো কতো কৰয় ক্ৰন্দন ।
কেহোজনী কৰে স্বামী পুত্ৰ অন্বেষণ ॥
কতোজনী পুত্ৰ বুলি ফুৰে গেড়ি পাৰি ।
কেহোজনী স্বামী বুলি ফুৰয় বিচাৰি ॥

স্তুপাকাৰ শৱ আতি দেখি ভয় ভীত।
ঘোৰমূৰ্ত্তি ধৰি প্ৰেত চেলেকে শোনিত ॥
তথাপিতো নাৰীগণ তাহাক নডৰি।
শৱ মাজে মাজে শোকে ফুৰয় লৱৰি ॥
হেন মতে বহু কষ্টে যত নাৰীগণ।
কতো বেলি পতি, পুত্ৰ পাইলা দৰশণ ॥
কান্দিবে লাগিলা সবে শিৰে কৰ হানি।
হৰি হৰি কেন মতে ধৰিবো পৰাণী ॥
কতোজনী হৃদয়ত হানে বজ্ৰ মুঠি।
কতোজনী মাটিত পৰয় উঠি উঠি ॥
কেহোজনী অলঙ্কাৰ পেলাইলা খসাই।
কেহোজনী মৰাৰ মুখত চুমা খাই ॥
কেহোজনী শৱ গোট কোলে লৱৈ তুলি।
কোনোজনী গাৱে নাই চেতন সমূলি ॥
কোনোজনী গাণ্ডিত যোড়য় মুণ্ড আনি।
তেতিয়াসে চিনে আপোনাৰ পুত্ৰ স্বামী ॥
কেহোজনী ধৰি কান্দে স্বামীৰ চৰণ।
কেহোজনী কপালত হানয় কঙ্কণ ॥
কোনোজনী মৰাৰ মুখত মুখ দিয়া।
শৱৰ সদৃশ হৈয়া থাকিলা পৰিয়া ॥
কিনো কুক্ষেণত কৰিবাক গৈলা ৰণ।
অভাগীৰ সঙ্গে আৰু নভৈল দৰ্শন ॥

কোনোজনী নাৰীকান্দে পুত্ৰ পুত্ৰ বুলি ।
দাৰুণ সন্তাপে বাপু মোক মাৰে পুলি ॥
কোনে আই বুলি আৰু মাতিবেক মোক ।
হৰি হৰি কিমতে সহিবো পুত্ৰ শোক ॥
হেন মতে কৌৰৱৰ যত নাৰীগণ ।
পুত্ৰ স্বামী শোকে আতি কৰয় ক্ৰন্দন ॥
অনন্তৰে গান্ধাৰীৰ দগধ হৃদয় ।
বধূ সকলৰ শোক দেখি আতিশয় ॥
ৰণ ভূমিখান দেখি আতি ভয়াঙ্কৰ ।
মহাশোকানলে দেবী কান্দিলা বিস্তৰ ॥
ভৈভয়া মিলিল যেন ৰোল ক্ৰন্দনৰ ।
বাধা দিয়া ৰাখে হেন নাই একোনৰ ॥
শোকে অচেতন সবে যেন মৰাবেশ ।
কৈত কোন পৰিবৈলা নাহিকে উদ্দেশ ॥
শৱৰ উপৰে শৱ অন্ত নাহি তাৰ ।
গজ বাজী ৰথপৰি আছয় অপাৰ ॥
নানা স্থানে অলঙ্কাৰ পৰিয়া আছয় ।
দেখি গান্ধাৰীৰ অতি মনত বিস্ময় ॥
স্থানে স্থানে পৰি আছে শিৰৰ মুকুট ।
কুণ্ডলে কুণ্ডিত মুণ্ড দেখি অদভুত ॥
কাৰো হাত কাৰো পাৱ কাৰো শিৰ নাই ।
বিপৰীত ভাৱে শৱ আছে ঠাই ঠাই ॥

ধ্বজ ছত্র চামৰ আছয় স্থানে স্থানে।
অস্ত্র তূণ ধনুক গণিবে পাৰে কোনে॥
মকৰ কুণ্ডল পৰি আছে অগনন।
কোনো শৰে কৰি আছে ধৰণী শোভন॥
সিবেলা বাটুল যেন দেখি গান্ধাৰীক।
খুজিয়া ফুৰন্ত দুৰ্য্যোধন নৃপতিক॥
কতো বেলি পাইলা পাছে তাঙ্ক দৰশন।
মাটিত পৰিয়া চিতে আছে দুৰ্য্যোধন॥
দেখিয়া গান্ধাৰী ভৈলা বিষাদে মগন।
হা দুৰ্য্যোধন বুলি হৰিল চেতন॥
গুৰুতৰ শোকে বিমুৰ্চ্ছিত ভৈলামাত্র।
ভূমিত পৰিলা যেন মৃতকৰ ভাৱ॥
গাৱত নাহিকে জ্ঞান চক্ষুথিৰ ভৈল।
সৰ্ব্বজনে বোলে গান্ধাৰীৰো প্ৰাণ গৈল॥
দেখি পাণ্ডৱৰ মনে বিষাদ জন্মিল।
আথে বেথে পঞ্চভাই তুলিয়া ধৰিল॥
তথাপি গাৱত নাই চেতন সমূলি।
বিস্ময় মানিলা সবে ধাতু গৈলন্ত বুলি॥
পাছে কতোবেলি গান্ধাৰীৰ প্ৰাণ আইলা।
সম্মোক্ষণ হুয়া দেবী চক্ষু মেলি চাইলা॥
দুৰ্য্যোধন ৰাজাৰ মৃতক কলেৱৰ।
দুই হাতে ধৰি শোকে কান্দয় বিস্তৰ॥

হৰি হৰি বিধি মোক কিকাৰ্য্য কৰিলা।
আগে নিধি দিয়া কেনে পাচত হৰিলা॥
মাৰিলা শতেক পুত্ৰ কেনে ধৰো দেহ।
সবাতো কৰিয়া মোৰ দুৰ্য্যোধনে স্নেহ॥
হা কৈক গৈলা বাপু পুত্ৰ দুৰ্য্যোধন।
তোমাৰ সন্তাপে মোৰ নৰহে জীৱন॥
আই বুলি কোনে আৰু মাতিবেক মোক।
কোননো দাৰুণ যমে হৰি নিলে তোক॥
মোৰ এই দেহা কিনো লোহায়ে গঢ়িল।
পুত্ৰৰ মৰণ দেখি প্ৰাণ নছাৰিল॥
হৰি হৰি কিনো মোৰ কপালে লিখিল।
পুত্ৰৰ আগত মোক মাৰবে নিদিল॥
পূৰ্ব্ব জন্মে কিনো ঘোৰ আচৰিলো পাপ।
সিকাৰণে পাওঁ শত পুত্ৰৰ সন্তাপ॥
এহিবুলি মাটিত পৰয় ঘণে ঘণ।
পুত্ৰৰ সন্তাপ আতি বাঢ়ে অনুক্ষণ॥
হৰি হৰি কিনো দুঃখ দিলামোক বিধি।
শত পুত্ৰ ভৈল যেন স্বপোনৰ নিধি॥
হাহা দুৰ্য্যোধন বুলি কাঢ়ে দীৰ্ঘ ৰাৱ।
মোক অনাথিনী কৰি গৈলা কোন ঠাৱ॥
যেহি দিন ধৰি পুত্ৰ বজাইলা ৰণক।
সিদিনাৰে পৰা আৰু নেদেখিলো তোক॥

নানা অলঙ্কাৰ পিন্ধি কৰিয়া সুবেশ।
কোনে আৰু হৈব মোৰ আগত প্ৰবেশ॥
সুন্দৰ শৰীৰ তোৰ বদন নিৰ্ম্মল।
আকাশত শোভে যেন চন্দ্ৰৰ মণ্ডল॥
আজি দেখো পৰি আছ ৰণ ধৰণীত।
ধুলি ধুসৰিত হুয়া দেখিতে কুছিত॥
সুন্দৰ শীতল তোৰ শয্যা ৰত্নময়।
তথাতে শয়ন তোৰ শৰীৰ শোভয়॥
সুন্দৰী ৰমনীগণে চৌপাশে বেঢ়িয়া।
চৰণ সেৱয় তোৰ চামৰে বিঞ্চিয়া॥
আজি দেখো পৰি আছা ধৰণী শয়নে।
নিবিঞ্চয় চামৰে সুন্দৰী নাৰীগণে॥
নট ভাটগণে প্ৰভাতত কৰিস্তুতি।
নিদ্ৰা হন্তে হেন ভাৱে কৰে বিমুকুতি॥
আজি তোৰ দেখো কেন বিমঙ্গল ভাৱ।
বেঢ়ি বেঢ়ি শৃগাল কুকুৰে কাঢ়ে ৰাৱ॥
বৃদ্ধ মাৱ বাপ তোৰ কৈক গৈলা এড়ি।
ঘোৰ নিদ্ৰা পাৰি ৰৈলা ধৰণীত পৰি॥
আছিল তোমাৰ যেন প্ৰচণ্ড প্ৰভাৱ।
আজি কেন ঐত পৰি ভৈলা মৃত শৱ॥
এহিবুলি কান্দে ৰাণী ধৰণীত লুটি।
শত পুত্ৰ শোকে যেন প্ৰাণ যাই ফুটি॥

হেন মতে গান্ধাৰীৰ হৃদয়ে সন্তাপ।
অনন্তরে শুনা ভানুমতীৰ বিলাপ ॥

---

ডুলড়ি।

পাছে ভানুমতী, স্বামীৰ শৰক,
পাইলা কতোবেলি মানে।
মহাশোকে সতী, কান্দিবে লাগিলা,
স্বামীৰ ধৰি চৰণে ॥
হৰি হৰি প্ৰভো, কৈক লাগি গৈলা,
প্ৰাণৰ বল্লভ স্বামী।
তোমাৰ বিৰহে, জীৱন নৰহে,
যাওঁ যমপুৰে আমি ॥
এহিবুলি সতী, স্বামীৰ সন্তাপে,
শোকে অগ্নি গৈলা জ্বলি।
সমস্ত সংসাৰ, দেখি শূন্য ময়,
ভূমিত পৰিলা ঢলি ॥
কতোবেলি মানে, লভিলা চেতন,
নিদ্ৰাৰ যেন জাগই।
মহাশোকে আতি, কান্দিবে লাগিলা,
স্বামীৰ শৰক চাই ॥
হাহা বিধি মোক, কিকৰ্ম্ম কৰিলা,
কপালে লিখিলা কিক।

শিখাৰ সিন্দৰ, গুচাইলা মোহোৰ,
ইতো জীৱনত ধিক্ ॥
বিধবা ভাৰক, কিমতে সহিবো,
নপাইবোঁ কিঞ্চিত সুখ।
লোকৰ নিন্দিত, সহিবো কতেক,
পাইবো মনে মহাদুঃখ ॥
এহিবুলি সতী, দুই হাতে ধৰি,
হানয় হিয়াত মুঠি।
কেশ ভৈল আউল, যেহেন বাতুল,
ক্ষণে পৰে ক্ষণে উঠি ॥
হাহা প্ৰাণস্বামী, আজি দেখো কেন,
তযু বিপৰীত ভাৱ।
তোমাৰ সুন্দৰ, চন্দ্ৰ সমকান্তি,
আতি সুকোমল গাৱ ॥
দুগ্ধ ফেন সম, শীতল শয্যাত,
নাসয় নিদ্ৰা তোমাৰ।
অসংখ্যা সুন্দৰী, সেৱকিনী সবে,
সেৱয় চৰণ যাৰ ॥
হেনয় শৰীৰ, মাটিৰ উপৰে,
আজি ঘোৰ নিদ্ৰা আইলা।
তযু সেৱকীনি, ভৈল কাক গৃধ,
সেৱক শৃগাল পাইলা ॥

তোমাৰ উপৰে, আৰিয়া আছিল,
চন্দ্ৰতাপ বিতোপন।
হেন ছন্দ্ৰতাপ, এড়ি পাইলা আজি,
প্ৰচণ্ড ৰবি কিৰণ॥
তোমাৰ হেনয়, অৱস্থা দেখিয়া,
কিমতে ধৰো জীৱন।
আপোন মৰণ, আপুনি চিন্তিলা,
নধৰি কাৰো বচন।
পূৰ্ব্বতে তোমাক, বুলিলে বহুত,
ভীষ্ম দ্ৰোণ সাধুজন।
পাণ্ডৱৰ সঙ্গে, বিবাদ কৰিবে,
বুলিলা ৰাধা বচন॥
কাৰো কথা তুমি, নুশুনিলা প্ৰভু,
তাতে সে মৃত্যু তোমাৰ।
মোক অনাথিনী, কৰি স্বামীদেৱ,
দিলাহা বিধবা ভাৰ॥
সহো কেনমতে, মৰণ তোমাৰ,
নৰহে মোৰ জীৱন।
যমৰ পুৰত, সুমৰিবা মোক,
নিয়ো লগে এতিক্ষণ॥
এহি বুলি শোকে, নিশ্বাস তেজন্ত,
মনত আতি সন্তাপ।

হাহা স্বামী বুলি, পৰিয়া মাটিত,
করন্ত আতি বিলাপ ॥
নমো নাৰায়ণ, পতিত পাৱন,
কৰো মই নিবেদন।
তোমাৰ চৰণে, পশিলো শৰণে,
কৃপা কৰা জনাৰ্দ্দন ॥
মই অতি দীন, ধৰ্ম্মে মতিহীন,
তথাপি কৰিলো আশ।
পাপী বুলি প্ৰভো, নচাৰিবা মোক,
চৰণত দিয়া বাস ॥
বোলো ধৰ্ম্মেশ্বৰে, অতি অল্প মতি,
নজানোহোঁ কিছু আন।
সন্ত সাধুযত, বৈষ্ণৱ ভকত,
সবাৰো ধৰো চৰণ ॥
আমাৰ পদত, আছে দোষ যত,
তাহাঙ্ক সবে ক্ষমিবা।
আতি মুৰ্খ জানি, বঢ়া টুটা দোষ,
তাকো একো নধৰিবা ॥
ইতো সংসাৰৰ, মিছা মায়া মোহ,
এড়িয়োক সাধুজন।
আপুনিয়ো তৰা, বংশকো উদ্ধাৰা,
নষ্ট হৌক পাপগণ ॥

জানি সৰ্ব্বজনে, তেজি আন কাম,
লোৱা মাধৱৰ নাম।
তেবে তৰিবাহা, সুখে সংসাৰক,
মুখে গোৱা হৰি ৰাম॥

---

# গান্ধাৰী প্ৰভৃতি স্ত্ৰী সকলৰ শোক আৰু শ্ৰীকৃষ্ণক গান্ধাৰীয়ে শাপ দিয়ে।

পদ।

বৈশম্পায়ণ বদতি শুনিয়ো মহাৰাজ।
আত অনন্তৰে শুনা যেন ভৈল কায॥
স্বামীশোকে ভানুমতী কৰিছে বিলাপ।
দেখি গান্ধাৰীৰ ভৈল দ্বিগুণ সন্তাপ॥
হৰি হৰি কৈক গৈলি পুত্ৰ দুৰ্য্যোধন।
বাৰেক কৰিয়ো বাপু মোক সম্বোধন॥
একবাৰ চকুমেলি চায়ো দৃষ্টি কৰি।
প্ৰিয়া ভানুমতী কান্দে ধৰণীত পৰি॥
দেখি হেন সন্তাপে দহয় তনু মোৰ।
ধিক্ ধিক্ জীৱন নযাই যমপুৰ॥

অকলে পৰিয়া তুমি আছা পৃথিবীত।
ভীষ্ম, দ্রোণ, কৃপ, কর্ণ, নাহিকে লগত॥
নাহিকে তুলত তোৰ শকুনি মাতুল।
আৰু তোৰ উনশত ভাতৃ মহাবল॥
একাদশ অক্ষৌহিনী নাহি সেনাগণ।
অকলে কৰিয়া আছা ভূমিত শয়ন॥
তেজিয়ো আলাস বাপু হাতে অস্ত্ৰধৰ।
যুদ্ধ হেতু হাঙ্কাৰিয়া আছে বৃকোদৰ॥
উঠা উঠা পুত্ৰ আৰু নিদ্ৰা পৰিহৰা।
হাতে গদা লই ভীম লগে ৰণ কৰা॥
কৃষ্ণ ধনঞ্জয় তোক মাতিছে সঘণে।
মৌন হুই আছা প্ৰত্যুত্তৰ নেদা কেনে॥
চিৰকাল হেতু কৈলি মাটিত শয়ন।
আৰুকি দেখিবো তোৰ সুচান্দ্ৰ বদন॥
এহিবুলি গান্ধাৰী ভৈলেক অচেতন।
সমূলি মৰিল যেন নাহিকে চেতন॥
হেন দেখি কৃষ্ণে পাছে কৰিয়া যতন।
কথমপি গান্ধাৰীক কৰাইলা চেতন॥
মধুৰ বচনে বুলিলন্ত বহুভাৱ।
শুনা ৰাজ পটেশ্বৰী কৌৰৱৰ মাৱ॥
মিছাতে নকৰা তুমি সন্তাপ অসীম।
যত দেখা চৰাচৰ দৈবৰ অধীন॥

কৰ্ম্মফলে হোৱে মাত্র জনম সংহাৰ।
আনৰ নাহিকে তাত কিছু অধিকাৰ॥
কিন্তু লোকগণে যেন কৰ্ম্ম আচৰয়।
অৱশ্যে তাহাৰ তেনে ফলক পাৱয়॥
দেৱতাক নিন্দে আৰু নিন্দে দ্বিজগণ।
পিতৃ মাতৃ গুৰুক নিন্দয় অজ্ঞজন॥
ইসবক বেদে বুলি আছয় কুকৰ্ম্ম।
তাক আচৰিলে মহা সিজয় অধৰ্ম্ম॥
মন্দকৰ্ম্ম তেজি যিতো সুকৰ্ম্ম আচৰে।
ইহজন্মে পৰজন্মে সুখ ভোগকৰে॥
জীৱন্তে সংসাৰে বহু ভোগক ভুঞ্জয়।
মৰিলেয়ো সৰ্ব্বজনে গুণ ৰখানয়॥
অহঙ্কাৰে মত্ত হুয়া যিতো দুষ্টনৰে।
সন্ত সুজনৰ বাক্য তাক অনাদৰে॥
স্বেচ্ছাচাৰী হৈয়া মন্দকৰ্ম্ম আচৰয়।
পৰিশেষে ভস্মভুত সিজন হোৱয়॥
তযু পুত্র দুৰ্য্যোধন আতি ক্ৰূৰমতি।
মন্দকৰ্ম্ম আচৰি ফুৰিল দিনেৰাতি॥
শেষে নিজ কৰ্ম্মফল অৱশ্যে ভুঞ্জিল।
কাৰো কথা নুশুনি সবংশে তল গৈল॥
হেন জানি আত তযু শোক নুযুৱায়।
উপজিলে যেবে তেবে যমপুৰে যায়॥

বিজুলী চমক যেন আকাশে উদয়।
ক্ষণিক শৰীৰ ইতো জানা সেহি নয়॥
বিশেষ জানিবা ইতো অনিত্য সংসাৰ।
সুহৃদ বান্ধৱ আদি পুত্ৰ পৰিৱাৰ॥
কাৰ কোন আছে পিতৃ মাতৃ পুত্ৰ ভাই।
কালৰ গতিকে সবে হোৱে একঠাই॥
যেন তৃণ কাষ্টচয় নদীৰ বেগত।
একত্ৰ হোৱয় আসি একহি স্থানত॥
ক্ষণেকতে অন্তৰে জলৰ বেগ পাই।
সেহি মতে কালে জানা জীৱক চলাই॥
কোন জন অমৰ আছয় সংসাৰত।
তাক ভালে গুণি চোৱা আপোন মনত॥
বিধিয়ে কপালে যেন লিখি আছে যাৰ।
তাক খাণ্ডাইবাক পাৰে হেন শক্তি কাৰ॥
তুমি মহা বিজ্ঞ অতি নাৰীত প্ৰবীণ।
তথাপি কৰিছা শোক যেন জ্ঞানহীন॥
জানি তুমি এড়া শোক মোৰ বাক্য ধৰি।
বিধিৰ নিবন্ধ তাক এড়াব নোৱাৰি॥
কৃষ্ণৰ প্ৰবোধ শুনি কৌৰৱ জননী।
মনদুঃখে কৰযোৰে বুলিলন্ত বাণী॥
যিবুলিলা হৰি তুমি দৈৱকী তনয়।
সবে সত্য কিন্তু মোৰ হৃদয়ে নসয়॥

হে কৃষ্ণ মোৰ কিনো অভাগ্য কপাল ।
একেলগে ভৈল শত তনয়ৰ কাল ॥
একজনো নৰৈল বাকী মৰিল সকল ।
তাতে কেনে সহো বধূ সবৰ বিকল ॥
দেৱগণে যাক নেদেখিল একো কালে ।
হেনয় বোৱাৰী কান্দে পৰিয়া ভূতলে ॥
ঘনে ঘনে ডাক পাৰে স্বামী পুত্ৰ বুলি ।
কপালে কঙ্কন মাৰে বিমুকুট চুলি ॥
সুন্দৰ বদন যেন প্ৰফুল্ল কমল ।
নবীন বয়স ভাতি তনু সুকোমল ॥
যাৰ ৰূপ দেখি মোহ যায় দেৱগণ ।
হেন নাৰী কুৰুক্ষেত্ৰে কৰিছে ক্ৰন্দন ॥
স্বামী শোকে বিলাপি কান্দিছে নিৰন্তৰ ।
যেন সুমধুৰ শুনি বীনাৰ সুস্বৰ ॥
যন্ত্ৰ ধৰি যেন গানোৱাৰে কৰে গান ।
কণ্ঠ স্বৰ শুনি হেনে বিদৰে পৰাণ ॥
বীৰ বেশ ধৰে কতো স্বামী হীন নাৰী ।
শোকে নৃত্য কৰে চোৱা হাতে অস্ত্ৰ ধৰি ॥
হেন দুঃখ দেখি মোৰ নসহয় মন ।
হৰি হৰি কৈক গৈল মোৰ পুত্ৰগণ ॥
যাক আদৰিয়া আছিলেক পাত্ৰবৰ্গ ।
ৰাজ্য ভোগ ভুঞ্জিলক যেন ইন্দ্ৰে স্বৰ্গ ॥

হেন মোৰ প্ৰতাপী তনয় কৈক গৈল।
তাৰ আগে মোৰ কেনে মৰণ নভৈল॥
সুবৰ্ণৰ ছত্ৰ যাৰ  শিৰত শোভয়।
সুন্দৰী ৰমনীগণে চামৰে বিঞ্চয়॥
চোৱা কৃষ্ণ হেন মোৰ পুত্ৰৰ অৱস্থা।
ধুলিত বাগৰি পৰি আছে কায়, মাথা॥
কেন মতে সহো তাক নৰয় পৰাণ।
কুপুত্ৰ সুপুত্ৰ দুয়ো মাৱত সমান॥
সকলো শোকত কৰি শ্ৰেষ্ঠ পুত্ৰশোক।
হেন শোক শেলে প্ৰভু ভেদি আছে মোক॥
গৰ্ভধাৰী হুয়া যিবা আছে নাৰিগণ।
তেহো বুজিবাক পাৰে পুত্ৰৰ মৰণ॥
শত পুত্ৰ শোক মোৰ বাঢ়ে অনুক্ষণ।
অনিবাৰ্য্য শোক প্ৰভু নোহে নিবাৰণ॥
মহা ৰাজাগণে যাৰ সেৱয় চৰণ।
মাটিত পৰিয়া আছে হেন দুৰ্য্যোধন॥
একছত্ৰে ৰাজ্য সুখ ভুঞ্জিল অপাৰ।
বিধিয়ে কৰিল এবে গৃধৰ আহাৰ॥
শৰীৰ ভুষিত যাৰ সুগন্ধ চন্দন।
শ্বানবে কৰিছে তাৰ মাংসক ভোজন॥
যি শৰীৰ মাৰ্জ্জন্ত সুন্দৰী দাসীগণে।
এবে হেন শৰীৰ টানয় কাকগণে।

নিদ্ৰাক নপাই যিটো শীতল শয্যাত ।
এবে ঘোৰ নিদ্ৰা ভৈল কঠিন ধৰাত ॥
ইজন্মক লাগি পুত্ৰাই গৈল পৰলোক ।
কেৱল ডুবাইল শোক সাগৰত মোক ॥
হে কৃষ্ণ মোৰ পুত্ৰে নুশুনিল কথা ।
সিকাৰণে ভৈল তাৰ এনুৱা অৱস্থা ॥
আচৰি মৰিল পুত্ৰ ক্ষত্ৰিয়ৰ ধৰ্ম্ম ।
তাৰ হেতু আমিয়ো এৰিলো শোক মৰ্ম্ম ॥
কিন্তু এক ভৈল মোৰ ঘোৰ হৃদিতাপ ।
ৰণ ক্ষেত্ৰে দেখি দুৰ্য্যোধনৰ ভাৰ্য্যাক ॥
নেদেখিল যাক চন্দ্ৰ সূৰ্য্য একো কালে ।
হেনয় বোহাৰী কান্দে পৰম বিকলে ॥
চোৱা হৰি বাতুল ভৈলেক বধূগণ ।
হেন দুঃখ কিমতে সহিবো নাৰায়ণ ॥
মোৰ ভাই শকুনি কপতি দুৰাচাৰ ।
তাৰ বুদ্ধিতেসে ভৈল সবংশে সংহাৰ ॥
কাৰোবাক্য নমানিল মোৰ পুত্ৰগণ ।
তাৰ সমুচিত ফল পাইল সিকাৰণ ॥
কিন্তু মোৰ হেন খেদ হৃদয়ত আতি ।
বৃদ্ধকালে নৃপতিৰ হব কোন গতি ॥
একে অন্ধ তাতে বৃদ্ধ এবে পুত্ৰহীন ।
পুত্ৰ পুত্ৰ বুলি কান্দিবেক ৰাত্ৰি দিন ॥

মুকুচিব অন্ন পানী কান্দিব সততে।
হেন দুঃখ দেখি মই সহিবো কিমতে ॥
হৰি হৰি পুতাই পৰি ৰৈলা পৃথিবীত।
অসম্ভব কৰ্ম্ম কিনো বিধিৰ লিখিত ॥
সজ্জনৰ বাধা এড়ি পৰাণ তেজিলা।
নাহিকে তোমাৰ দোষ বিধিয়ে বিহিলা ॥
এহিবুলি গান্ধাৰী হৃদয়ে মুঠি হানে।
পুত্ৰৰ সন্তাপে যেন নৰয় পৰাণে ॥
হেন দেখি সৰ্ব্বজন ৰৈলা অধোমুখে।
ৰাজা যুধিষ্ঠিৰ কান্দে আতি মনদুঃখে ॥
ভূতলে পৰিয়া সতী দ্ৰৌপদী সুন্দৰী।
পঞ্চপুত্ৰ শোকে কান্দে হিয়ে মুঠি ধৰি ॥
সুভদ্ৰা কান্দয় পৰি অভিমন্যু বুলি।
তোমাৰ সন্তাপে ভৈলো দগধ সমূলি ॥
পুত্ৰ পুত্ৰ বুলি ঘনে কাঢ়ে দীৰ্ঘৰাৱ।
বাপমাৱ এড়ি বাপু গৈলা কোন ঠাৱ ॥
বিৰাট নন্দিনী বোলে কৈক গৈলা স্বামী।
তোমাৰ বিৰহে প্ৰভু কেনে জীৱোঁ আমি ॥
মোক অনাথিনী কৰি তুমি গৈলা এড়ি।
নৰয় জীৱন মোৰ তোমাক সুমৰি ॥
বাপ ধনঞ্জয় তযু মোমা নাৰায়ণ।
তথাপি তোমাৰ কেনে মিলিল মৰণ ॥

হেন দেখি মহা শোকে কান্দে যুধিষ্ঠিৰ।
ভীমেয়ো কান্দয় অতি শোকত অস্থিৰ ॥
অৰ্জ্জুনৰো মনত বিকল অতিশয়
বিলাপি কান্দিছে দুয়ো মাদ্ৰীৰ তনয় ॥
কৰ্ণ শোকে কুন্তীৰ হৃদয় মাৰে পুৰি।
অন্তৰ দগধ কিন্তু প্ৰখ্যাতে নোৱাৰি ॥
সিকালত মহাৰোল ভৈল ক্ৰন্দনৰ।
নাহি শ্ৰুতি জ্ঞান যত নাৰী সকলৰ ॥
কুৰু ক্ষেত্ৰে ভৈল অতি ক্ৰন্দনৰ ৰোল।
প্ৰলয় বতাসে যেন সাগৰ কল্লোল ॥
হাহা স্বামী বুলি কতো পাৰে ঘনে ৰাৱ।
মোক অনাথিনী কৰি গৈলা কোন ঠাৱ ॥
পুত্ৰ পুত্ৰ বুলি কতো হোৱে অচেতন।
আউল জাউল কেশকাৰো বাটুল লক্ষণ ॥
নিশ্বাস তেজিয়া কতো পৰি মূৰ্চ্ছা যাই।
কেহো পৃথিবীত পৰি ভৈলা মৃত্যু প্ৰায় ॥
নয়নৰ নীৰে পঙ্ক ভৈল ৰণ ভূমি।
লাসে লাসে প্ৰবল ভৈ গৈল শোক উৰ্ম্মি ॥
গান্ধাৰী কেৱল কান্দে দুৰ্য্যোধন বুলি।
ঘনে ঘনে মুঠি হানে শিৰে কৰ তুলি ॥
ইতোচাৰ জীৱন নযাই কিকাৰণে।
হস্তিনা ভৈলেক শূন্য তনয় বিহনে ॥

গান্ধাৰীৰ সন্তাপে দহয় তনু মন।
দেখি কৃষ্ণে বুলিলেক মধুৰ বচন ॥
নাকান্দা নাকান্দা মাৱ নকৰিৱা শোক।
কান্দিলে কি পাইবা আৰু দুৰ্য্যোধন* পোক ॥
জন্মিলে মৰণ আছে জানা সমস্তৰে।
চিৰজীৱী লোক জানো দেখিছা সংসাৰে ॥
কাল ভৈল মৰিল তোমাৰ সুতগণ।
পূৰ্ব্বত বিধিয়ে যেন কৰিছে লিখন ॥
হেন জানি শোক এড়া কৰ্ম্মফল জানি।
মিছা শোকে ফল নাই বুলিলো প্ৰমানি ॥
হেন শুনি গান্ধাৰীৰ স্থিৰ কৰি মন।
লোতক মুচিয়া পাছে বুলিলা বচন ॥
হে কৃষ্ণ যি বুলিলা দৈৱকী তনয়।
সবে সত্য হয় কিন্তু ভাগিছা নিশ্চয় ॥
তিনিয়ো লোকৰ মাত্ৰ তুমি অধিকাৰী।
শ্ৰজন্তা পালন্তা সৃষ্টি সংহাৰন্তা কাৰি ॥
তুমি বিনে কৰ্ত্তা নাহি ইতো ব্ৰহ্মাণ্ডত।
স্বচ্ছন্দে কৰিছা ভাল মন্দ কাৰ্য্য যত ॥
সমস্ত জীৱৰ গতি পৰমাত্মা ৰূপি।
ইতো জগতত তুমি আছা সৰ্ব্বব্যাপী ॥
হৃদয়ত যেন বুদ্ধি দিয়া নাৰায়ণ।
সেইৰূপ কৰ্ম্ম আচৰয় প্ৰাণীগণ ॥

তেবে তুমি আনক দোষিছা কিকাৰণ।
কৰণ কাৰণ মাত্ৰ তুমি নাৰায়ণ॥
এতেকতে মোহোৰ পুত্ৰত কিবাদোষ।
তোমাৰ ইচ্ছাতে ভৈল সবংশে নিশেষ॥
কুৰু পাণ্ডু দুয়ো আছিলেক একে ভাই।
তুমি কূট নাটে দুইকো দিলা বিহৰাই॥
কিবুলিবো প্ৰভু মই তোমাৰ চৰিত্ৰ।
তুমি কৌৰৱৰ যেন চিন্তি আছা হিত॥
কুৰু কুল নাশ হেতু চিন্তিলা উপাই।
দিলা পাণ্ডৱৰ সঙ্গে বিবাদ লগাই॥
সমূলি নেজানে দ্বেষ ধৰ্ম্ম নৰপতি।
তুমি মাত্ৰ ভাতৃ ভেদ শিকাই দিলা অতি॥
যদিবা ভাতৃৰ মাজে কন্দল মিলিল।
তৈত ৰহিবাক তযু উচিত নাছিল॥
সমান সম্বন্ধ তযু কুৰুপাণ্ডু সমে।
পাণ্ডৱৰ সখা তুমি ভৈলা কিকাৰণে॥
যুদ্ধ হেতু নিমন্ত্ৰণ কৰিবাক মন।
তোমাৰ সমীপে গৈল পুত্ৰ দুৰ্য্যোধন॥
তৈসানি দেখিয়া তাক মুদিলা নয়ন।
কপট নিদ্ৰায় তুমি কৰিলা শয়ন॥
পাছে কতোবেলি গৈলা বীৰ ধনঞ্জয়।
তাঙ্ক দেখি তেতিয়া জাগিলা মহাশয়॥

ছল কৰি প্ৰথমে বৰিলা অৰ্জ্জুনক।
নাৰায়নি সেনা দিলা মোৰ তনয়ক ॥
আপুনি সাৰথি ভৈলা অৰ্জ্জুনৰ ৰথে।
সমান সম্বন্ধ তযু ৰহিল কিমতে ॥
যদি নভৈলাহা হন্তে সাৰথি ৰথৰ।
সৈন্যকো নিদিলা হন্তে তনয়ক মোৰ ॥
তেতিয়াহে শুদ্ধমন বুলিবাক পাৰি।
সমান সম্বন্ধ ৰহে তেতিয়া মুৰাৰি ॥
দূত হুই গৈলা আৰু কৌৰৱ সভাক।
পাণ্ডৱৰ হেতু পঞ্চ গ্ৰাম্য খুজিবাক ॥
নিদিলেক ৰাজ্য দুৰ্য্যোধনে কিবা গুণি।
তুমি আসি পাণ্ডৱত বুলিলা প্ৰমানি ॥
একখানি কথাকে লগাইলা নানা মতে।
যুজিবে উদ্যোগ ভৈল তোমাৰ কপটে ॥
হে কৃষ্ণ কিনো মই বুলিবো তোমাত।
শুনাইলা ইসব কথা সঞ্জয়ে আমাত ॥
মহন্ত পাণ্ডুৰ পুত্ৰ ৰণে নাহি মন।
তুমি কূট্ নাট্ কৰি লগাই দিলা ৰণ ॥
যদি দুই হান্তত তযু আছিলেক মৰ্ম্ম।
তেবে তুমি কিয় কৰিলাহা হেন কৰ্ম্ম ॥
দুয়োকুল যৈসানি যুজিবে সাজু ভৈলা।
তৈসানি গৃহক তুমি কিসক নগৈলা ॥

এতেকে জানিলো তুমি ভৈলা আদি মুল ।
তুমিসে কৰিলা মোৰ সবংশে নিৰ্ম্মূল ॥
তযু অভিসন্ধিতে কৰিছা যত কৰ্ম্ম ।
মিছাতে বুলিছা উভয়ত আছে মৰ্ম্ম ॥
কি বুলিবো প্ৰভু মই জ্ঞানহীন নাৰী ॥
উচিত বোলন্তে দুঃখ নাপাবা মুৰাৰি ॥
পৰম পুৰুষ তুমি দেৱতাৰো দেৱ ।
ইতো ব্ৰহ্মা গুণ্ঠ তুমি বিনে নাহি কেৱ ॥
সবাৰো নায়ক তুমি জগত কাৰণ ।
তযু ইচ্ছাতহে হয় জনম মৰণ ॥
যিজনে নাজানে তযু গুণ মহিমাক ।
ভাণ্ডিয়া বচন তেবে বুলিবাহা তাক ॥
মইতো জানো তোমাৰ মহিমা গুণগণ ।
মোৰ আগে নুবুলিবা ভাণ্ডনা বচন ॥
অৰ্জ্জুনৰ বধ চিন্তি কৰ্ণ মহাবীৰ ।
দিব্য অস্ত্ৰ ৰাখিলা কৰিয়া মনে স্থিৰ ॥
কিন্তু হৰি তাত তুমি বিঘিনি পাতিলা ।
ভীমৰ পুত্ৰক ৰাত্ৰি যুজিবে বুলিলা ॥
ঘটোৎকচে মায়া ধৰি জিনিলেক ৰণ ।
সেহি অস্ত্ৰ কৰ্ণে তাক কৰিলে ঘাটন ॥
মহা শৰঘাৰে ঘটোৎকচ গৈলা মৰি ।
অৰ্জ্জুনৰ জীৱন ৰাখিলা তুমি হৰি ॥

এতেকতে মনে গুণি ছোৱা নাৰায়ণ।
তযু বুদ্ধিবলে ৰৈল পাৰ্থৰ জীৱন ॥
যৈসানি গঙ্গাৰ সুতে ঘোৰ শৰ ধৰি।
হানিলন্ত পাণ্ডৱক বধ মনে কৰি ॥
সেহি শৰ দেখি ভয় পাইলা হৃষিকেশ।
সবাকো বিমুখ হেতু কৰিলা আদেশ ॥
পাণ্ডবি দলত সবে ধনু শৰ এড়ি।
পিঠি দিয়া ৰহিলেক তযু আজ্ঞা ধৰি ॥
কেৱল বিমুখ নভৈলেক ভীম বীৰ।
গদা পাতি ৰহিলন্ত মন কৰি থিৰ ॥
হেন দেখি তুমিয়ো বিকল আতি ভৈলা।
ভীমক কৰিয়া পাচ আগ বাঢ়ি ৰৈলা ॥
খেদি আইল শৰপাট দহিবে ভীমক।
বুকুপাতি সেহিশৰ ধৰিলা কিসক ॥
যদি তুমি নাৰাখিলা হস্তে পাণ্ডৱক।
তেবে সেহি শৰে দহি নিযয় যমক ॥
যেনে তেনে পাণ্ডৱক তুমি ৰক্ষাকৰা।
মোৰ তনয়ৰ মাত্র বিঘিনি আচৰা ॥
ভীষ্ম হেন মহাবীৰে কৰিল সমৰ।
তাহাঙ্ক জিনন্তা সাই ত্রৈলোক্য ভিতৰ ॥
থাকিলে মিলয় যাৰ স্বচ্ছন্দ মৰণ।
তযু বুদ্ধি বিনে তাঙ্ক জিনে কোন জন ॥

আছিল কৌৰৱ পক্ষ যত বীৰগণ ।
দেৱতো অভঙ্গ তাৰ একো একো জন ॥
তাক কি পাণ্ডুৰ পুত্ৰে জিনিবে পাৰয় ।
তোমাৰ কপটে ভৈল কুৰু কুল ক্ষয় ॥
তোমাৰ কথাক মই মনে আছো জানি ।
যেনে তেনে চিন্তিলাহা কৌৰৱৰ হানি ॥
পাণ্ডৱৰ সপক্ষ ভৈলাহা কৃপাময় ।
তাতেসে ভৈলেক পঞ্চভাই ৰণ জয় ॥
আৰু এক কথা মই বোলোহোঁ তোমাত ।
শুনাইলেক ইতো কথা সঞ্জয়ে আমাত ॥
যৈসানি সুভদ্ৰা সুত ৰণত পৰিল ।
শুনি ক্ৰোধে ধনঞ্জয়ে পতিজ্ঞা কৰিল ॥
কালি দিবাভাগে জয়দ্ৰথক বধিবো ।
তাক নামাৰিয়া আউৰ গৃহে নপশিবো ॥
যদি সূৰ্য্য অস্ত পূৰ্ব্বে তাহাক নামাৰো ।
তেবে সত্যে ইতো দেহা অগ্নি জাস্ কৰো ॥
হেন অঙ্গীকাৰ কৰি বীৰ ধনঞ্জয় ।
বঞ্চিলা ৰজনী গোট দুঃখে আতিশয় ॥
পাছ দিনা প্ৰভাতে কৰিয়া স্নান দান ।
জয়দ্ৰথ বধ হেতু কৰিলা পয়ান ॥
তুমি ভৈলা অৰ্জ্জুনৰ সাৰথি ৰথৰ ।
সিদিনা মিলিল অতি দুৰ্ঘোৰ সমৰ ॥

দেখি ভয়ে দ্রোণে বেহু পাতিলেক যাই।
জয়দ্রথ নৃপতিক থৈলা পলুৱাই॥
একোমতে সৈন্ধৱক লাগক নধৰি।
চিন্তিলা উপায় পাছে তুমি সে মুৰাৰি॥
তোমাৰ মায়াতে দিৱসতে সন্ধ্যা ভৈল।
দেখি কৌৰৱৰ মনে আনন্দ মিলিল॥
অৰ্জ্জুনৰ মনত বিকল আতিশয়।
অগ্নি জ্বালি কৰিলন্ত মৰিবে নিশ্চয়॥
সেহি সময়ত ৰঙ্গ চাহিবাক প্রতি।
আসিলন্ত দুৰ্য্যোধন সৈন্ধৱ সহিতি॥
হেন চল পাই ইন্দ্রসুত মহাবীৰ।
এক শৰে ছেদিলন্ত সৈন্ধৱৰ শিৰ॥
যেতিক্ষণে জয়দ্রথ ৰণত পৰিল।
তেতিক্ষণে সন্ধ্যা গুচি দিবা আসি ভৈল॥
কোৱা প্রভু সেই কৰ্ম্ম কৰিলেক কোনে।
আৱৰি ৰাখিলা তুমি সূৰ্য্য, সুদৰ্শনে॥
যতেক কৰিলা যানে তুমি নাৰায়ণ।
মোহোৰ পুত্রক দোষ দিয়া কিকাৰণ॥
হেনকি উপায় জানে পাণ্ডু পুত্রগণ।
তোমাৰ ইচ্ছাতে ভৈল সবাৰো মৰণ॥
যেনে তেনে পাণ্ডৱৰ সাধিলাহা ইষ্ট।
মোৰ তনয়ৰ মাত্র চিন্তিলা অনিষ্ট॥

হৰি হৰি কিনো মোৰ অভাগ্য কপাল।
তোমাৰ দয়াৰ পাত্র নভৈলো গোপাল॥
কর্ম্মৰ লিখন বুলি ভাণ্ডিছা বচনে।
তুমি বিধতাৰো স্রষ্টা সর্ব্ব শাস্ত্রে ভনে॥
তুমি কূট্ নাট কৰি সবাকো মাৰিলা।
কর্ম্মফল বুলি কেনে মোক প্রবোধিলা॥
নোৱাৰোহো পতিয়াব বুলি কর্ম্মমূল।
তুমি সে কৰিলা নাশ যত কুৰুকুল॥
কৌৰৱত তযু কিনো নিষ্ঠুৰ মিলিল।
তিলার্দ্ধ তোমাৰ মনে দয়া নোপজিল॥
একটীয়ো পুত্র নাৰাখিলা সংসাৰত।
বংশ নাশ হেতু তুমি চিন্তিলা মনত॥
মোৰ হৃদয়ত তুমি দেনে দিলাশাল।
বিদৰে পৰাণ মোৰ কি কৈবো গোপাল।
তুমি সর্ব্ব আদিমূল স্রজন পালন।
কৰি আছা তুমি ত্রিজগত সংহাৰণ॥
সুমতি কুমতি দাতা তুমি কৃপাময়।
শুভাশুভ কর্ম্ম তযু ইচ্ছাতেই হয়॥
সর্ব্বত্র জীৱত পশি আছা নাৰায়ণ।
তুমি বিনে কৰন্তা নাহিকে আন জন॥
বুলি আছা সমস্তকে কালে সে কৰয়।
তুমি বিনে কাল নাহি জানিছো নিশ্চয়।

ৰলে বা উপায়ে কৰা যাক যেনে ইচ্ছা।
তোমাৰ বাঞ্ছিত কোনে কৰিবেক মিছা ॥
বুলিলাহা দুৰ্য্যোধন দুৰ্জ্জন কপটি।
না মানিল কাৰোবাক্য অতি মন্দ মতি ॥
কিন্তু তাক কিবুলিবো তোমাত গোসাই।
বিচাৰি নেপাওঁ তযু বিনে আন ঠাই ॥
হৃদয়ত থাকি তুমি যেনে বুদ্ধি দিলা।
দুৰ্য্যোধনে তাক তেনে মতে আচৰিলা ॥
তেনে হলে তাক দোষ দিছা কি প্ৰকাৰে।
গুণি চোৱা যত দোষ তোমাতেসে পৰে ॥
তুমি মাত্ৰ ভৈলা কৌৰৱৰ বধ ভাগি।
অনাথ কৰিলা মোক ইজন্মক লাগি ॥
যাৱে ইতো প্ৰাণ মোৰ শৰীৰে ৰহয়।
তাৱে মোৰ শোক অগ্নি নিবৃত্তি নহয় ॥
পুত্ৰৰ সন্তাপে দেহা দহে অনুক্ষণ।
এক দুই নোহে মোৰ শতেক নন্দন ॥
তোমাৰ কথাত মই নেযাওঁ সঞ্জাত।
যতেক কৰিলা তুমি আপোন ইচ্ছাত ॥
তুমি মোক দিলা যেন দাৰুণ সন্তাপ।
দিয়ো মই তোমাক তেনয় ঘোৰ শাপ ॥
তেৱেসে গুচিব হৃদয়ৰ গুল গুলি।
এহি বুলি সতী হাতে জল লৈলা তুলি ॥

মোক যেন দহি আছা পুত্র শোক শালে ।
তুমিয়ো লভিবা পুত্র শোক অল্পকালে ॥
যেন মোৰ বোৱাৰা কান্দিছে দুঃখ মনে ।
তেনয় কান্দিবে তযু পুত্র বধুগণে ॥
যেন কৰি আছা তুমি কুৰু বংশক্ষয় ।
তোমাৰো বংশৰ তেনে মিলিবে প্রলয় ॥
আপোনাক আপুনি চিন্তিবা মহামাৰ ।
যাদৱ বংশৰ তৈতে মিলিব সংহাৰ ॥
এহি বুলি মৌন ভৈলা কৌৰৱৰ মাৱ ।
শুনি যুধিষ্ঠিৰৰ কম্পিয়া গৈল গাৱ ॥
অন্তর্য্যামী নাৰায়ণ বুজিলন্ত কথা ।
সতীৰ অব্যর্থ বাক্য নহৈবে অন্যথা ॥
খণ্ডিবাক হেতু পৃথিবীৰ মহাভাৰ ।
বসুদেৱ গৃহে মই ভৈলো অৱতাৰ ॥
ইদানীক ভৈলে শেষ ধৰণীৰ ভাৰ ।
আপোন বংশকো মই কৰিবো সংহাৰ ॥
হেন শুণি হাসি কৃষ্ণে বুলিলা বচন ।
মোৰ বংশ মাৰিবে পাৰয় কোনজন ॥
দুর্য্যোধন হেতু তযু বংশ ভৈল ক্ষয় ।
মিছাতেসে মোক শাপ দিলা আতিশয় ॥
যদি মোত আছে দোষ মিলিবেক শাপ ।
আপোন দোষত মই লভিবো সন্তাপ ॥

এহি বুলি কৃষ্ণে পাছে মায়া বিস্তাৰিল ।
গান্ধাৰীৰ মনক তেখনে সন্তোষিলা ॥
অনন্তৰে পৰম পুৰুষ নাৰায়ণ ।
ধৃতৰাষ্ট্ৰ নৃপতিক বুলিলা বচন ॥
সমস্তৰে প্ৰেত কাৰ্য্য কৰিবাক লাগে ।
যাৰ যেন মৰণ মিলিল কৰ্ম্ম ভাগে ॥
শুনা সৰ্ব্বজন ইতো পদ ভাৰতৰ ।
আত পৰে লাভ আৰু নাহি মানুষৰ ॥
বৈষ্ণৱব্ৰত কৰি শ্ৰেষ্ঠ নাহি সংসাৰত ।
তাহাৰ প্ৰমান ছোৱা পাণ্ডৱ সৱত ॥
যেন মাৱে তনয়ক ৰাখয় আৱৰি ।
শঙ্কতত তাহাক ৰাখিলা দেৱ হৰি ॥
হেন জানি বিষ্ণু বৈষ্ণৱব্ৰত দিয়া ৰতি ।
ৰাম ৰাম বুলি তৰা সংসাৰ দুৰ্গতি ॥



# যুধিষ্ঠিৰাদিৰ দ্বাৰা মৃত জনৰ শৰীৰ-সংস্কাৰ আৰু হস্তিনালৈ যাবলৈ-যুধিষ্ঠিৰক শ্ৰীকৃষ্ণয় অনেক প্ৰকাৰ বুজনি দিয়ে ।

পদ ।

বৈশম্পায়ন মুনিত পুচন্ত নৰপতি ।
কোৱা পাছ কথা আবে শুনোহো সম্প্ৰতি ॥
অষ্টাদশ অক্ষৌহিণী ৰণত মৰিল ।
কেন মতে তাৰ প্ৰেত কাৰ্য্যক কৰিল ॥
বুলিলাহা মোত পূৰ্ব্বাপৰ কথা যত ।
শুনিয়া কৰ্ণত যেন লাগিছে অমৃত ॥
মুনিয়ে বোলন্ত শুনিয়োক নৰনাথ ।
সকলো কথাক মই বুলিবো তোমাত ॥
শুনি আছা কৃষ্ণে যেন কৰিলা আদেশ ।
মৃতকৰ কৰ্ম্ম কৰিবাক সবিশেষ ॥
শুনি ধৃতৰাষ্ট্ৰ ৰাজা মন থিৰ কৰি ।
যুধিষ্ঠিৰ নৃপতিক বুলিলা সাদৰি ॥
শুনা বাপ পাণ্ডুসুত বোলোহোঁ তোমাত ।
যত যত বীৰ মানে মৰিল ৰণত ॥

ঝাণ্টে চিতা সাজিয়োক মিলায়ো সম্ভাৰ।
সমস্তৰে শৰীৰ কৰিয়ো সংস্কাৰ॥
আমাতে লাগিয়া মৰিলেক যত ৰাজ।
নকৰিলে প্ৰেতকাৰ্য্য মোৰ হৈবে লাজ॥
হেন জানি সত্বৰে মোহোৰ বোল ধৰা।
চিতা সাজি সমস্তৰে শৰীৰক পোৰা॥
আপোন পৰক তুমি নিবিচাৰি মনে।
সাধিয়ো কাৰ্য্যক শীঘ্ৰে পৰম যতনে॥
ইন্দ্ৰসেন. ধৰ্ম্মসেন, যুযুৎসু, সঞ্জয়।
বিদুৰক আদি যত আছে লোকচয়॥
সৰ্ব্বজন তোমাৰ লগত সহা হোক।
বেদৰ বিহিত ধৌম্য ঋষিয়ে কৰোক॥
যুধিষ্ঠিৰে শুনি হেন অন্ধৰ বচন।
শিৰোগত কৰি লৰি ভৈলা তেতিক্ষণ॥
ভীমসেন আদি সবে চিতা আয়োজিলা।
শৰীৰ তুলিয়া তাত অগনি জ্বালিলা॥
চিতাৰ অগণি পাইলা আকাশৰ কোল।
নাৰী সবে কান্দে অতি কৰি মহাৰোল॥
অষ্টাদশ অক্ষৌহিনী নিমিষে দহিলা।
কতো নাৰী স্বামী সঙ্গে সহগামী ভৈলা॥
দেখি যুধিষ্ঠিৰৰ বিকল আতি মন।
মহাশোকে পৰি ৰাজা কৰয় ক্ৰন্দন॥

হা দুৰ্য্যোধন ভাই কিকাৰ্য্য সাধিলা।
মিছা কাৰ্য্যে বিস্তৰ প্ৰাণীক বিনাশিলা॥
ধৰ্ম্ম পথ এড়ি পাপ কৰিলা সকল।
নিমিষতে পাইলা সেই অধৰ্ম্মৰ ফল॥
হেন মতে যুধিষ্ঠিৰ কান্দয় অশেষ।
প্ৰবোধ কৰয় দেখি পাছে হৃষিকেশ॥
বিস্তৰ ক্ৰন্দনে মৃতকৰ নোহে হিত।
হেন জানি সন্তাপক এড়িতে উচিত॥
হৰিৰ মহিমা কোনে বুজিবে শকত।
তান ইচ্ছা যে হেন আচৰে ক্ষণেকত॥
অনন্তৰে যুধিষ্ঠিৰ আদি যতজন।
গঙ্গাৰ তীৰক সবে কৰিলা গমন॥
সৰ্ব্বজন পাইলা যাই জহ্নুবীৰ তীৰ।
বিধিয়তে প্ৰেত কৰ্ম্ম কৰে যুধিষ্ঠিৰ॥
নাৰী সকলেয়ো কৰে গঙ্গা জলে স্নান।
মৃতকৰ হিতে তৈতে কৰে নানা দান॥
নিজ গুৰু ব্ৰাহ্মণে বোলান্ত বেদ বাণী।
আচৰিলা যুধিষ্ঠিৰ মনে দুঃখ মানি॥
শত ভাই কৌৰৱৰ কৰিলা তৰ্পণ।
ৰণে মৰিলেক আৰু যত ৰাজাগণ॥
বিধিয়তে বেদ ক্ৰীয়া প্ৰত্যেকে কৰিলা।
হেনকালে কুন্তী দেবী ৰচন বুলিলা॥

শুনা বাপু যুধিষ্ঠিৰ বোলোহো বচন।
যাক ৰাধা সুত বুলি নিন্দে সৰ্ব্বজন ॥
সেহি কৰ্ণবীৰ হয় মোহোৰ তনয়।
তাহান তৰ্পণ ভালে কৰিয়ো নিশ্চয় ॥
হেন শুনি যুধিষ্ঠিৰে বিস্ময় মানিলা।
কোৱা আই কেন হেন আশ্চৰ্য্য বুলিলা ॥
কেন মতে ভৈল কৰ্ণ তোমাৰ তনয়।
তাক কহি মোৰ মনে ছেদিয়ো সংশয় ॥
যুধিষ্ঠিৰ ৰাজাৰ শুনিয়া হেন বানী।
কুন্তী দেবী বুলিলন্ত সমস্ত কাহিনী ॥
কুমাৰী কালত দুৰ্ব্বাসাত মন্ত্র পাইলো।
তাক পৰীক্ষিবে আদিত্যক আৰাধিলো ॥
তুষ্ট হুয়া সূৰ্য্য তেতিক্ষণে আসি ভৈলা।
তাহাঙ্ক দেখিয়া মোৰ ধাতু উৰি গৈলা ॥
কিন্তু কিকৰিবো তান কামনা সিজিল।
তাহাৰ ঔৰষে সেহি পুত্র উপজিল ॥
কন্যা কাল দেখি মই বৈলক্ষতা পাইলো।
সম্ফুৰাত ভৰিতাক জলত পেলাইলো ॥
পাছে সুতে পায়া তাঙ্ক কৰিলে পালন।
সিকাৰণে খ্যাত ভৈল ৰাধাসুত কৰ্ণ ॥
দুৰ্য্যোধনে নিলে তাক মহাবীৰ জানি।
বুলিলো তোমাত মই পূৰ্ব্বৰ কাহিনী ॥

কৰ্ণ তযু জ্যেষ্ঠ ভ্ৰাতৃ বুলি জানিয়োক।
তাজ প্ৰেতকাৰ্য্য বিধিয়ন্তে কৰিয়োক॥
কুন্তীৰ বচন শুনি ৰাজা যুধিষ্ঠিৰ।
বিস্ময় মানিয়া বহে নয়নৰ নীৰ॥
হৰি হৰি মাত্ৰ কিনো নিদাৰুণ ভৈলা।
কৰ্ণ সহোদৰ বুলি আগে নকহিলা॥
যদি আগে বুলিলাহা হন্তে ইতোকথা।
তেবে কিকাৰণে হৈব এনুৰা আৱস্থা॥
জ্যেষ্ঠ ভাই পিতৃ তুল্য বেদৰ বচন।
গুৰু বধ কাৰ পাপ সাঞ্চো কিকাৰণ॥
ভ্ৰাতৃ বধি চাণ্ডাল কৰিলো পাপ কৰ্ম্ম।
ইহপৰ কালে মই লভিলো অধৰ্ম্ম॥
হাহা ভাই বুলিয়া কান্দয় পাঞ্চজন।
তুমি হেন বীৰৰ যে চিন্তিলো মৰণ॥
মোৰ সম পাপী নাই সংসাৰ ভিতৰে।
কুযশ ৰহিল যাৱে চন্দ্ৰ দিৱাকৰে॥
পূৰ্ব্বে যদি জানো আমি ইসব কাৰণ।
তেবে মৰিব মোৰ ভাই দুৰ্য্যোধন॥
শত ভাইৰ কিসব চিন্তিবো আমি মাৰ।
সিকাৰণে পিতামহ মৰিবে আমাৰ॥
এহি বুলি ৰাজাৰ চেতন নাহি গাত।
কতোবেলি সঙ্কুক্ষণ ভৈলা নৰ নাথ॥

কৰযোৰে বুলিলন্ত জননীক মাতি।
তুমি সে কৰিলা মাৱ এনুৱা দুৰ্গতি ॥
প্ৰতি কূল ভৈলা তুমি নুবুলি আমাত।
তুমি নিদাৰুণ আই জানো স্বৰূপত ॥
পূৰ্ব্বে যদি কোৱা তুমি ইসব বচন।
তেবে নাশ যাইব কেনে জ্ঞাতি গোত্ৰগণ ॥
তুমি জানি আছা দুৰ্য্যোধনৰ চৰিত্ৰ।
কৰ্ণ সমে তাহাৰ প্ৰাণৰ মহামিত্ৰ ॥
ভৃত্য যেন পালি থাকে স্বামীৰ বচন।
কৰ্ণৰো আদেশ তেনে মানে দুৰ্য্যোধন ॥
কৌৰৱৰ অধিকাৰী কৰ্ণ মহাভাগে।
যুদ্ধ নভৈলাহা হন্তে জানো যদি আগে ॥
ৰাজ্য হেতু বধিলো প্ৰাণৰ সম ভাই।
হৰি হৰি ইতো প্ৰাণ কিসক নযাই ॥
মোৰ হৃদয়ত ৰৈল ইতো মহাতাপ।
নাজানি মাৰিলো আমি প্ৰাণৰ দদাক ॥
শুনা আই তুমি যেন দিলা হৃদি তাপ।
তাৰ অনুৰূপ ময়ো দিয়োঁ আজি শাপ ॥
যেন আৰু স্ত্ৰী সবে হেন নকৰিব।
অতি গোপ্য কথা ভাকো প্ৰকাশ কৰিব ॥
নথাকিব গুপুত নাৰীৰ উদৰত।
যেনে তেনে কৰিবেক তাহাক বেকত

যদি কায়বাক্যে মোৰ ধৰ্ম্মে আছে মন।
তেবে মিছা নহৈবেক মোহোৰ বচন॥
এহিবুলি যুধিষ্ঠিৰ আকুল কৰন্ত।
অযশ ৰহিল মোৰ ইতো জগতত॥
ৰাজাৰ দেখিয়া শোক দৈৱকী তনয়।
প্ৰবোধ কৰিলা তাঙ্ক প্ৰভু কৃপাময়॥
কৃষ্ণৰ বচনে তুষ্ট ভৈলা ধৰ্ম্মৰাজ।
বিধিয়তে কৰিলা কৰ্ণৰ প্ৰেতকায॥
অনন্তৰে স্নান দান কৰি সৰ্ব্বজনে।
জাহ্নবীৰ তীৰত বসিলা দুঃখমনে॥
স্বামী শোকে কান্দে কতো পটেশ্বৰী লোকে
গান্ধাৰী কান্দয় অতি তনয়ৰ শোকে॥
কান্দে যুধিষ্ঠিৰ ভীম বীৰ ধনঞ্জয়।
শোকত অস্থিৰ দুয়ো মাদ্ৰীৰ তনয়॥
ধৃতৰাষ্ট্ৰ আদি সবে কৰয় ক্ৰন্দন।
প্ৰবোধ কৰন্ত হৰি দৈৱকী নন্দন॥
কিন্তু একোমতে নোহে শোক নিবাৰণ।
শিবিৰক লাগি সবে কৰিলা গমন॥
ধৃতৰাষ্ট্ৰ যুধিষ্ঠিৰ আদি সৰ্ব্বজনে।
অনাহাৰে সৰ্ব্বৰী বঞ্চিলা দুঃখ মনে॥
নিৰাহাৰে তৃতীয় দিৱস বহি গৈলা।
নিশি যোগে সৰ্ব্বজনে ফলাহাৰ কৈলা॥

দিবানিশি গান্ধাৰী কান্দয় পুত্ৰ শোকে।
সুখীত তনয় মোৰ গৈলা পৰলোকে॥
মই অভাগীক গৈলা অনাথিনী কৰি।
আজি ধৰি ভৈল শূন্য হস্তিনা নগৰি॥
কোৱা হৰি মোহোৰ তনয় সুকুমাৰ।
পুনৰপি দেখা কি পাইবোহো আৰুবাৰ॥
যাহাৰ সুন্দৰ মুখ চন্দ্ৰো নোহে সৰি।
হেন পুত্ৰ ভস্ম ভৈল অগনিত পুৰি॥
নানা অলঙ্কাৰে যাৰ সৰ্ব্বাঙ্গ ভূষিত।
আগৰ চন্দন গাৱে আছিল লিপিত॥
যিবা ভুঞ্জিছিল ষড়ৰস পঞ্চামৃত।
হেনয় শৰীৰ ছাই ভৈল অগনিত॥
স্বপোন সদৃশ দেখো সমস্ত সংসাৰ।
যেন জলবিম্ব ক্ষণিকতে যাই মাৰ॥
সুন্দৰ আবাস সব শূন্য হুয়া ৰৈলে।
কোৱা হৰি মোৰ শত পুত্ৰকৈক গৈলে॥
হৰি হৰি প্ৰভু মই কত পাপ কৈলো।
শতপুত্ৰ সবাতো বঞ্চিত মই ভৈলো॥
বৃদ্ধকালে কেনে গতি হৈবেক ৰাজাৰ।
কিমতে সহিবো মই পোক অনিবাৰ॥
কৰিছিলো তনয়ত জল পিণ্ড আশ।
আমাৰ প্ৰাক্তনে সিয়ো ভৈলেক নৈৰাশ॥

আমাৰেসে প্ৰতি নিদাৰুণ ভৈল বিধি।
শতপুত্ৰ ভৈল যেন স্বপোনৰ নিধি ॥
শুন বাপু ভীম তই মোহোৰ বচন।
আৰু কি তোমাক বিষ দিব দুৰ্য্যোধন ॥
কোনে আৰু কৰিবেক জৌগৃহ নিৰ্ম্মাণ।
কোনে চিন্তিবেক সদা তোৰ অকল্যান ॥
মোৰ ভাই শকুনি গৈলেক পৰলোক।
কোনে আৰু কুবুদ্ধি দিবেক মোৰ পোক ॥
যুধিষ্ঠিৰ তোমাৰ ভৈলেক শুভ দশা।
কোনে তযু সঙ্গে আৰু খেলিবেক পাশা ॥
নাহি আৰু শকুনি নাহিকে দুৰ্য্যোধন।
নাহিকে কুবুদ্ধি দাতা কৰ্ণ দুঃশাসন ॥
সৰ্ব্বভয় নিবাৰিল দৈৱকী নন্দন।
অকণ্টকা কৰি দিল নাশি শত্ৰুগণ ॥
এহি বুলি গান্ধাৰীৰ হৰিল চেতন।
চিত্ত হুয়া মাটিত পৰিল তেতিক্ষণ ॥
দেখি যুধিষ্ঠিৰ ৰাজা বিকল ভৈলন্ত।
দুইহাতে তেতিক্ষণে তুলি ধৰি লন্ত ॥
অনেক বিনয় ভাৱে বচন বুলিলা।
কতো বেলি কুৰু মাৱ চেতন লভিলা ॥
চেতন লভিয়া পাছে গান্ধাৰ নন্দিনী।
কেক গৈলা পুত্ৰ বুলি কান্দে মুষ্টি হানি ॥

নিনি লাহা বিধি মোক পুত্ৰৰ লগতে।
শত পুত্ৰ সন্তাপ সহিবো কোন সতে॥
এহিবুলি বুকে কৰ হানে ঘনে ঘন।
পাছে সম্বোধিয়া মাতিলন্ত নাৰায়ণ॥
শুনা শুনা মাৱ শোক নকৰিবা আৰ।
কান্দিলে কি আসিবেক তনয় তোমাৰ॥
ব্ৰহ্মা শিৱ প্ৰমোখ্যে আৱৰ যত দেৱ।
জানা স্বৰূপত চিৰজীবী নোহে কেৱ॥
তুমি আমি আদি পৃথিবীৰ যত জন।
দিন কতিপয় থাকি সবে হৈবে ছন্ন॥
কচু পত্ৰে পানী যেন ক্ষণে বহি যাইব।
শোক পৰিহৰা আই সবেয়ো মৰিব॥
কান্দিলে বাহুৰে যদি মবাৰ জীৱন।
তেবে কান্দি পাইল হন্তে সবে মৃতজন॥
এতেকে মোহোৰ বাক্য কৰিয়ো পালন।
সন্তাপ এড়িয়ো জানি বিফল ক্ৰন্দন॥
জন্ম সময়ত দুৰ্য্যোধনৰ কাহিনী।
বিদুৰে বুলিলা যেন তাক লোৱা মানি॥
বৈশম্পায়ন বোলে শুনিয়োক জন্মিজয়।
হেন মতে প্ৰবোধিলা দৈৱকী তনয়॥
তথাপিতো শোক নুগুছিল একোমতে।
শুনা পাছ কথা আৰু বোলোহো প্ৰস্তুতে॥

পাছে যুধিষ্ঠিৰক বুলিলা নাৰায়ণ।
শুনা মহাৰাজ তুমি মোহোৰ বচন॥
শূন্য হৈল ৰাজপাট হস্তিনা নগৰে।
তাকে লাগি যাইবে সাজু হুয়োক সত্বৰে॥
আজি বহুদিন ভৈল বনত ভ্ৰমন।
তোমাক নেদেখি দুঃখী যত প্ৰজাগণ॥
তুমি ৰাজা হৈলে সমস্তৰে ৰঙ্গ মন।
তোমাত আশায়ে আছে হস্তিনাৰ জন॥
অযোধ্যাৰ লোক যেন ৰামত ভকতি।
হস্তিনাৰো প্ৰজা তেনে তোমাতেসে ৰতি॥
হেন জানি অসন্তোষ এড়া মহাৰাজ।
আপোন নগৰে গৈয়া পালিয়োক ৰাজ॥
যদি দয়া স্নেহ আছে প্ৰজাত তোমাৰ।
ঝাণ্টে গৈয়া লৈয়োক হস্তিনা ৰাজ্য ভাৰ॥
শুনি যুধিষ্ঠিৰ হেন কৃষ্ণৰ বচন।
কৰযোৰে বুলিলন্ত শুনা নাৰায়ণ॥
নেযাওঁ হস্তিনা মোক নকৰা আদেশ।
এই কুৰুক্ষেত্ৰে কৰিবোহোঁ প্ৰাণ শেষ॥
দিবানিশি গান্ধাৰী কান্দিবে পুত্ৰ শোকে।
বিধবা ৰমনী সবে নিন্দিবেক মোকে॥
উত্তৰাদি আছে যত পতি হীনা নাৰী।
সদাই কান্দিব সবে স্বামীক সুমৰি॥

হেন শোক দেখি কেনে ধৰিবো জীৱন।
মৰণে সে শ্ৰেষ্ঠ মোৰ জানা নাৰায়ণ॥
অশান্তি সুখত মোৰ নাহি প্ৰয়োজন।
সমাধি ধৰিধা ঐতে তেজিবো জীৱন॥
মোৰ সম পাপী নাহি ইতো জগতত।
ৰাজ্য আশে কৰি আছো কৰ্ম্ম গৰ্হিত॥
ভীষ্ম পিতামহ মোৰ পিতৃতো গৰিষ্ঠ।
ৰাজ্যক আশায়ে তান চিন্তিলো অনিষ্ঠ॥
দ্ৰোণ মহা বিখ্যাত ব্ৰাহ্মণ গুৰুজন।
ৰাজ্যৰ কাৰণে তানো চিন্তিলো মৰণ॥
কৰ্ণ জ্যেষ্ঠ ভাই মোৰ পিতৃ সমসৰ।
ৰাজ্য লোভে তাঙ্কো মই মৰাইলো পামৰ॥
দুৰ্য্যোধন আদি মোৰ শতেক ভয়াই।
মৰাইলো ৰণত মই ৰাজ্যক আশাই॥
সুচাৰু সুবল আদি সুভদ্ৰাৰ সুত।
সুখক বাঞ্ছিয়া তাকো মৰাইলো ৰণত॥
বিৰাট দ্ৰুপদ আদি যত বন্ধুগণ।
মোহোৰ নিমিত্তে ভৈল সবাৰো মৰণ॥
ৰাজ্য লোভে কৰি আছো সবাকো নিৰ্য্যান।
ইসব পাপত কেনে মতে পাওঁ ত্ৰান॥
আকে জানি মোক প্ৰভু নুবুলিবা হেন।
ইতো জীৱনত মোৰ নাহি প্ৰয়োজন॥

কোন সুখে হস্তিনাত ভুঞ্জিবোহো ৰাজ ।
লগত নাহিকে আৰু কুটুম্ব সমাজ ॥
মই মহাপাতকী কৰিলো মন্দকৰ্ম্ম ।
ৰাজ্য ভুঞ্জি আউৰ কিয় আৰ্জ্জিবো অধৰ্ম্ম ॥
সদাই দেখিবো ধৃতৰাষ্ট্ৰৰ সন্তাপ ।
দ্ৰৌপদীয়ো পুত্ৰ শোকে কৰিব বিলাপ ॥
কান্দিবে বিধবাগণে হাহা স্বামী বুলি ।
কৰ্ণ শোকে কুন্তী আই মৰিবেক পুলি ॥
ইসব সন্তাপ কেনে হৃদয়ে সহোক ।
হেন জানি প্ৰভো মোক ক্ষমা কৰিয়োক ॥
কান্দিব গান্ধাৰী নিতে পুত্ৰৰ শোকত ।
মই কোন মতে তাক দেখিবো আগত ॥
ইসব দুঃখত মোৰ ৰাজ্যে নাহি মন ।
জানি হৰি মোক তুমি নোবোলা বচন ॥
অনিত্য সংসাৰ মায়া আত নাই সুখ ।
মিছা আশে কিকাৰণে ভুঞ্জো গৈয়া দুঃখ ॥
ভীম ধনঞ্জয়ক লগত নিয়া হৰি ।
দুয়ো ভাইক দিয়ো ৰাজ্য অভিষেক কৰি ॥
শুনা ভীমাৰ্জ্জুন মই বোলো যেন কায ।
দুই ভাই একে লগে পালিবাহা ৰাজ ॥
কনিষ্ঠ দুই ভাইক আতি স্নেহ কৰিবাহা ।
চাৰি মিলি ভাল মতে ৰাজ্য পালিবাহা ॥

অন্ধকৰ বচন মানিবা যত্ন কৰি।
তেবে ধৰ্ম্ম লভিবাহা জানা নিষ্ঠ কৰি ॥
যেন মতে নিজমাৱ কুন্তীক মানিবা।
ততোধিক গান্ধাৰীৰ চৰণ সেৱিবা ॥
তেবেসে জানিবা বাপ সবাৰো কৈল্যান।
মোহোৰ বচন ভাই নকৰিবা আন ॥
মোতে লাগি জ্ঞাতি বন্ধু সবে ভৈল হত।
ধৰি বোঁহো ময়ো অবিলম্বে সেহি পথ ॥
এহি বুলি মৌন ভৈলা ধৰ্ম্মৰ তনয়।
হেন দেখি বুলিলন্ত কৃষ্ণ কৃপাময় ॥

---

ছবি।

শুনা মহাৰাজ ধৰ্ম্ম, সমস্তে বিধিৰ কৰ্ম্ম,
তাত অনুশোচ অকাৰণ।
তুমি মহা জ্ঞানী লোক, মিছাতে কৰিছা শোক,
বোলো যেন শুনিয়ো কাৰণ ॥
কৰ্ম্মৰ লিখন যেন, ভুঞ্জিবেক সৰ্ব্বজন,
তাক এড়াইবাৰ নাহি শক্য।
হেন জানি এড়ি শোক, নিজ ৰাজ্য পালিয়োক,
দৃঢ় মানি লোৱা মোৰ বাক্য ॥
ভ্ৰাতৃবধ পাপচয়, মানিছা মনত ভয়,
সিয়ো মিছা, স্বৰূপ কৰম।

কাশ্যপ মুনিত জাত, ভৈলা ইন্দ্র নামে খ্যাত,
আৰু তাতে বলীৰো জনম ॥
পৃথিবীত ভৈলা ৰাজা, বলীদৈত্য মহাতেজা,
স্বৰ্গে ভৈলা ইন্দ্ৰ অধিপতি।
পাছে বলী দৈত্যেশ্বৰ, দেখি পুৰী বাসৱৰ,
নগৰ লৈবাক ভৈল মতি ॥
সমদলে সাজিলেক, স্বৰ্গপুৰে পশিলেক,
ইন্দ্রসমে বাজিল সমৰ।
কতোকাল ৰণ ভৈলা, বাসৱক পৰাজিল,
বলী লৈলা অমৰ নগৰ ॥
বাসৱৰ সুখ নাহি, দণ্ডে যুগ যাই বহি,
ভ্ৰমে অতি নানা ক্লেশ ধৰি।
দেখি তান মাৱ পাছে, হৰিক আৰাধি আছে,
কতো কালে তুষ্ট ভৈলা হৰি ॥
বামন স্বৰূপ ধৰি, অদিতীত অৱতৰি,
বলীক চলিলা নাৰায়ণ।
বুদ্ধিবলে পৰাজিলা, পাতালত স্থান দিলা,
ইন্দ্রে ৰাজ্য কৰিলা গ্ৰহণ ॥
ভাই ভাই বিৰোধিলা, দুইকো দুই পৰাজিলা,
চোৱা পূৰ্ব্বাপৰ হেন নীতি।
তুমি কেনে সি কথাক, মনত দিছাহা ঠাই,
সংশয় এড়িয়ো মহামতি ॥

ত্ৰিজগতে আছে যত, দেৱতা দানৱ যক্ষ,
ৰাক্ষস গন্ধৰ্ব্ব দৈত্যগণ।
নাগ নৰ আদি কৰি, আপোন সোদৰ মাৰি,
ৰাজ্য ভুঞ্জে বহু বহু জন॥
দেখা যত আছে নাগ, গৰুড়ৰ ভাতৃ বুলি,
জানে জগতত সৰ্ব্বজন।
তথাপি গৰুড়ে পাইলে, ভাই বুলি নেৰে তাক,
খেদি খেদি কৰয় ভক্ষণ॥
ৰাৱনৰ আছিলেক, বৈমাত্ৰেয় ভাতৃ বৰ,
কুবেৰ নামত যক্ষেশ্বৰ।
তাক খেদাই তেতিক্ষণে, লঙ্কা নগৰক লৈলা,
দশস্কন্ধ ৰাজা ৰাক্ষসৰ॥
আৰু শুনি আছা তুমি, বালী সুগ্ৰীৱৰ নাম,
একে সহোদৰ দুয়ো ভাই।
এক প্ৰীতি কালবঞ্চে, কিষ্কন্ধা নগৰ ভুঞ্জে,
দুই হাস্তৰ সুখে কাল যাই॥
কতোকাল বহি গৈল, দুভাইৰ কন্দল ভৈল,
কহোতাক শুনা মন ৰঙ্গে।
মায়াবী দুন্দুভি নামে, আছিল অসুৰ দুই,
মহাবীৰ ৰণত অভঙ্গে॥
একদিনা দুইজন, বালীত মাগিল ৰণ,
কৰিলা সমৰ বালীৰায়।

দুন্দুভি মৰিল প্ৰাণে, মায়ারন্ত হাৰি ৰণে,
গহ্বৰত পশিলেক যায় ॥
অসুৰৰ দেখি ভঙ্গ, বালীৰ মনত খঙ্গ,
বুলিলা বচন সুগ্ৰীৱক ।
ইতো গহ্বৰৰ দ্বাৰ, ৰাখিবা যতনে তুমি,
যাৱে নাসো মাৰি অসুৰক ॥
এহি বুলি বালীৰায়, বিবৰে পশিলা যায়,
তেতে বৰিষেক পূৰ্ণ ভৈলা ।
বালীক নাসিবে দেখি, সুগ্ৰীৱ জানিলা মনে,
বালী দাদা নিশ্চয়ে মৰিলা ॥
হেন মনে গুণি পাছে, ঢাকিয়া সুৰঙ্গ দ্বাৰ,
নগৰক লাগি চলি গৈলা ।
অনন্তৰে ৰণ জিনি, অসুৰক বধি পাছে,
কতোকালে বালী আসি ভৈলা ॥
পাত্ৰ মেলেকৰ সঙ্গে, সিংহাসনে বসি ৰঙ্গে,
ৰাজ্য চৰ্চ্ছে আছন্ত সুগ্ৰীৱ ।
দেখি তান কাৰ্য্য বালী, অতি কোপে গৈলা জ্বলি
খড়্গ ধৰি আগে ভৈলা থিৰ ॥
হাওঁৰে পাপীষ্ঠ আজি, তোক খাণ্ডা হানি কাটো,
এহি বুলি সুগ্ৰীৱক ধাইলা ।
সুগ্ৰীৱ ডৰিলা আতি, আসনৰ হন্তে উঠি,
প্ৰাণ ভয়ে লৰৰি পলাইলা ॥

সেহিদিন ধৰি তাৰ দুঃখৰ নাহিকে ওৰ,
বনত ভ্ৰমন্ত দিবানিশি।
কতোকাল বহি গৈলা, বিধিৰ সুপ্ৰসন্ন ভৈলা,
শ্ৰীৰাম মিলিলা তৈতে আসি॥
সুগ্ৰীৱৰ ভৈলা অতি, পৰম হৰিষ মতি,
লভি ৰাম লক্ষ্মণৰ লাগ।
ৰামত শৰণ লৈলা, দুয়ো মিত্ৰাৱতি কৈলা,
ৰামেয়ো মানিলা মহাভাগ॥
কৰি দিব্য ঘোৰশৰ, বালীক বধিলা ৰামে,
সুগ্ৰীৱক সুম্পিলা নগৰ।
ৰাজ্য লভি সুগ্ৰীৱৰ, হৰিষ মিলিল অতি,
সুখে ৰাজ্য পালে নিৰন্তৰ॥
হেন মতে আছে নীতি, পূৰ্ব্ব হন্তে জগতত,
ভাইক মাৰি স্বৰাজ্য ভুঞ্জয়।
একেতে মনত জানি, ভাতৃ বধ পাপ বুলি,
তুমি কিছু নকৰা সংশয়॥
মোহোৰ বচন পালি, উঠা ৰাজা গাৱ চালি,
নগৰক কৰিয়ো গমন।
শুনিয়োক সৰ্ব্বজনে, হৰি হৰি বোলা ঘনে,
তেবে পাইবা বৈকণ্ঠ ভুবন॥

# যুধিষ্ঠিৰক শ্ৰীকৃষ্ণ, ব্যাস, নাৰদে নানা উপদেশ দিয়ে আৰু সেই উপদেশ মতে সকলোৰে লক্ষ্মিনালৈ গমন।

পদ।

বৈশম্পায়ন নিগদতি শুনা জন্মিজয়।
বিস্তৰ বুলিলা বানী দৈৱকী তনয়॥
তথাপিতো ৰাজাৰ মনত নাহি থাৰি।
পুনৰপি বুলিলন্ত শ্ৰীকৃষ্ণ মুৰাৰি॥
শুনা বোলো মহাৰাজ পাণ্ডুৰ নন্দন।
মোৰ বাক্য পালি তুমি থিৰ কৰা মন॥
কেনে পাসৰিলা ৰাজা পৌৰানি কথাক।
দুৰ্য্যোধনে যেন দুঃখ দিলে তোমাসাক॥
এক বস্ত্ৰ ৰজস্বলা দ্ৰৌপদী আছিল।
চুলে ধৰি দুঃশাসনে আজুৰি আনিল॥
উৰু দেখাইল নৰপতি দুৰ্য্যোধন।
তুমি বনে ভ্ৰমিলা যেহেন দীনজন॥
তথাপি কৰিছা তুমি অধৰ্ম্মক ভয়।
মোৰ বাক্য মানি ৰাজ্য লৈয়োক নিশ্চয়॥
তুমি ৰাজা ভৈলে হৰ্ষ পাই প্ৰজাগণ।
প্ৰজা সমূহৰ পূৰিবাক লাগে মন॥

এহি মতে কৃষ্ণে বহু বুলিলা প্ৰমাণ ।
শুনি যুধিষ্ঠিৰ ৰাজা দিলা সাবধান ॥
যতেক বুলিছা প্ৰভু তুমি নাৰায়ণ ।
তথাপিতো সন্তোষ নোহয় মোৰ মন ॥
আপোনাৰ দোষে ফল পাইল দুৰ্য্যোধন ।
ধৰ্ম্মত থাকিয়া মোক নকৰে শোভন ॥
জ্ঞাতি গোত্ৰ ভাই বন্ধু সবে ভৈল নাশ ।
হেন জানি ৰাজ্যে মোৰ নাহিকে প্ৰয়াস ॥
ইসব বচন প্ৰভু আমাত নোশোভে ।
অধৰ্ম্ম কৰিবো কেনে ৰাজ্য ভোগ লোভে ॥
ধন জন ৰাজ্য মানে সবে অকাৰণ ।
কৰিবেক কাল সৰ্পে সবাকো দংশন ॥
অল্প কালে আমাৰ জীৱন হৈবো ইত ।
তেবে কিয় প্ৰবৃত্ত হৈবোহো অধৰ্ম্মত ॥
নিৰ্দ্দয় উচিত মোৰ নোহে নাৰায়ণ ।
ভীম অৰ্জ্জুনক লৈয়া কৰিয়ো গমন ॥
এহি বুলি যুধিষ্ঠিৰ মৌন হুয়া ৰৈলা ।
পুনৰপি নাৰায়ণে বুলিবাক লৈলা ॥
শুনা ধৰ্ম্মৰাজ বোলো তোমাত বচন ।
মোৰ বাক্য অৱহেলা কৰা কিকাৰণ ॥
তুমি ৰাজ্য লৈলে মই হৰিষক পাওঁ ।
সিকাৰণে হেন কথা তোমাত বুজাওঁ ॥

মোৰ বাক্য ৰাখি তুমি শোক পৰিহৰি।
ঝাণ্টে লৈয়ো আপোনাৰ হস্তিনা নগৰী॥
ৰাজ্য হেতু তোমাৰ নাছিল যদি মন।
তেন্তে হেন দুঃখ কৰিলাহা কিকাৰণ॥
পাশাকালে অঙ্গীকাৰ যেহেন আছিল।
তথু ভাতৃগণ এবে তাক সাম্ফলিল॥
ৰাজ্য দিবে তোমাত সবাৰো আছে চিত।
সেহি বাঞ্চিতক তুমি পালিবে উচিত॥
চাৰি ভাইত দয়া যদি আছয় তোমাৰ।
অমান্য নকৰা তুমি বচন আমাৰ॥
আৰু যদি সবাৰো মনত দিবা সুখ।
তেন্তে লৈয়ো স্বৰাজ্যক এড়ি মন দুঃখ॥
এহিমতে অনেক বুলিলা দামোদৰ।
দুঃখ মনে অনুমতি দিলা নৃপবৰ॥
হস্তিনাক যাইবে প্ৰতি কৰিলা আদেশ।
শুনি সমস্তৰে ভৈল মনত হৰিষ॥
নগৰক যাইবে সাজু ভৈলা সৰ্ব্বজন।
হেন দেখি ধৃতৰাষ্ট্ৰ কৰিলা ক্ৰন্দন॥
হাহা দুৰ্য্যোধন মোৰ প্ৰাণৰ পুতাই।
উনশত ভাই সমে থাকা ইতো ঠাই॥
তোমাসাক পৰিহৰি যাওঁ নিজ স্থান।
হেন কি সন্তাপ মোৰ সহিবেক প্ৰাণ॥

পাণ্ডুৱে নিলেক ধন জন ৰাজ্য সুখ।
দেশে গৈয়া আমি দেখি বোহোঁ কাৰ মুখ ॥
শত পুত্ৰ তেজি মই অভাগা পামৰ।
কোন সুখ আশে যাওঁ হস্তিনা নগৰ ॥
এহি বুলি ধৃতৰাষ্ট্ৰ কৰিছে ক্ৰন্দন।
শুনি যুধিষ্ঠিৰ শোকে ভৈলা অচেতন ॥
নিঢালে পৰিলা নাহি চেতন সমূলি।
বিস্ময় মানিলা সবে প্ৰাণ গৈল বুলি ॥
দেখি কৃষ্ণে তুলি ধৰিলন্ত তেতিক্ষণ।
কতোবেলি নৰপতি লভিলা চেতন ॥
সন্ধুক্ষণ হুয়া ৰাজা বুলিলা বচন।
হে কৃষ্ণ মোৰ দেহে নাহি প্ৰয়োজন ॥
জ্যেষ্ঠ বাপ কান্দিছে পুত্ৰক সুমৰিয়া।
নৰয় জীৱন মোৰ সি শোক দেখিয়া ॥
ৰাজ্য লভি কোন সুখ ভুঞ্জিবো তহিতে।
সদাই কান্দিব ধৃতৰাষ্ট্ৰ হেন মতে ॥
কিমতে সহিবো হেন সন্তাপ দাৰুণ।
বিষময় সুখে মোৰ নাহি প্ৰয়োজন ॥
গান্ধাৰীয়ো সততে কান্দিব পুত্ৰ বুলি।
কুন্তী আই কৰ্ণ শোকে দগধ সমূলি ॥
বিৰাট নন্দিনী কান্দিবেক স্বামী শোকে।
পুত্ৰ স্বামী সন্তাপে নিন্দিবে সবে মোকে ॥

হৰি হৰি মই যেন পাতক কৰিলো।
ভাই বন্ধু জ্ঞাতি গুৰু সবাকো মাৰিলো ॥
পৃথিবীৰ যত মানে ক্ষত্রি ৰাজাগণ।
মই পাতকীৰ হেতু সবাৰো মৰণ ॥
পাপৰ নিস্তাৰ নেদেখোহোঁ ভগৱন্ত।
শোক প্ৰায়শ্চিত মোৰ প্ৰাণ কৰো অন্ত ॥
শিশু হন্তে প্ৰতিপালি তুলিলে আমাক।
বাপ বুলি পঞ্চ ভাই জানিলো যাহাক ॥
হেন ভীষ্ম পিতামহ ৰণত পাৰিলো।
শিখণ্ডীক আগে ৰাখি অন্যায়ে মৰাইলো ॥
ইসব পাপত থাকি মৰণে উচিত।
ৰাজ্যে কাৰ্য্য নাহি মোৰ কৰি অবিহিত ॥
এহি বুলি যুধিষ্ঠিৰ কৰয় ক্ৰন্দন।
হেন দেখি ব্যাসদেৱে বুলিলা বচন ॥
বদতি পৰাশৰ সুত শুনা যুধিষ্ঠিৰ।
তুমি মহা বিজ্ঞ অতি ধৰ্ম্মাত্মা সুধীৰ ॥
কিকাৰণে কৰা শোক ইতৰৰ নয়।
মৃতকৰ হেতু শোক উচিত নহয় ॥
উপজিলে সকলোৰে আছয় মৰণ।
তাক এড়াইবাক পাৰে নাহি হেন জন ॥
পদ্ম পত্ৰে জল যেন অথিৰ জীৱন।
যেনে তেনে একদিনা মিলিবে মৰণ ॥

মহা পঞ্চভুত হোৱে দেহত বিলয়।
কালে লুপ্ত হুয়া ইতো জীৱন তেজয়॥
অনিত্য শৰীৰ ইতো ক্ষণিক সংসাৰ।
এক তিলে মিলে আসি প্ৰাণীৰ সংহাৰ॥
তুমি কেনে বিষাদ ভাবিছা মহাৰাজ।
সংযোগ বিযোগ যত দৈবৰে সে কায॥
ইতো ব্ৰহ্মাণ্ডত চিৰজীবী লোক নাই।
জানি শুনি আত তযু শোক নুজুৱাই॥
শুনা আৰু ভোগ ভুঞ্জি আছে ৰাজাগণ।
দৰিদ্ৰ বিলাকে মাগি কৰিছে ভোজন॥
কিন্তু কাল ভৈলে মৃত্যু আছে উভয়ৰে।
সুখী দুঃখী কালে তাক একো নিবিচাৰে॥
পাপে নমৰয় প্ৰাণী পুন্যে নিজীৱয়।
কালত মৰণ তাৰ অৱশ্যে মিলয়॥
কিন্তু সৰ্ব্ব শাস্ত্ৰে কহে পুন্য আচৰিব।
যমৰ যাতনা হন্তে তেহে নিস্তৰিব॥
তাঁহাৰ প্ৰামাণ চোৱা পাণ্ডুৰ নন্দন।
পূৰ্ব্বে বহু আছিল ধাৰ্ম্মিক ৰাজাগণ॥
দীল্লিপ, মান্ধাতা, হৰিশ্চন্দ্ৰ মহামতি।
ভগিৰথ, শিবি আদি অনেক নৃপতি॥
তেহো সবে কৰিছিল নানা পুণ্য দান।
তথাপি কালত ভৈল সবাৰো নিৰ্য্যান॥

চিৰ জীবী নভৈলেক মহা পুণ্য বলে।
ব্ৰহ্ম ভুবনতো মৃত্যু মিলিবেক কালে॥
জানা কেহো কাকো মাৰিবাক নপাৰয়।
কৰ্ম্ম অনুসাৰে প্ৰাণী আপুনি মৰয়॥
মৃগ মীনগণে কাকো হিংসা নাচৰয়।
জলে থাকে মীন, মৃগ বনত চৰয়॥
তথাপিতো দেখা তাৰ কালত মৰণ।
এতেকে জানিবা সবে কৰ্ম্মৰ লিখন॥
পাপ পুণ্য কিছু নজানয় শিশুগণ।
তথাপি কালত তাৰ মিলিছে মৰণ॥
জানিবা নিশ্চয় যত কালৰে সে গতি।
আছিল তোমাৰ বাপ পাণ্ডু নৰপতি॥
তেহো কৈক লাগি গৈল শুণি চোৱা মনে।
হেন কি শুনিছা লোক আছে অমৰণে॥
আছিল উপৰি বংশ যত নৃপগণ।
কাল প্ৰাপ্তে ভৈল জানা সবৰো মৰণ॥
যত দেখা পুত্ৰ ভাৰ্য্যা বন্ধুবৰ্গ লোক।
মিছা মোৰ মোৰ কৰি পাই দুঃখ শোক॥
মৰিলে লগত কাৰো কেহো নযাইব।
সকলো কুটুম্ব মাত্ৰ চাহিয়া থাকিব॥
এতেকে জানিবা ৰাজা কেহো কাৰো নয়।
জীৱন্তে সম্বন্ধ মাত্ৰ জানিবা নিশ্চয়॥

নদীৰ বেগত যেন জাজি উটি যায় ।
বান্ধৱৰ সমাগম তেনয় পৰায় ॥
তাত জ্ঞানীজনে নকৰয় চিন্তা শোক ।
কেৱল মিছাতে কান্দে জ্ঞানহীন লোক ॥
যিদিনা ভৈলেক জীৱ মাতৃ গৰ্ভে স্থিতি ।
সিদিনাৰে পৰা যম ভৈল অধিপতি ॥
দিনে দিনে গনিয়া আছয় আয়ু তাৰ ।
কাল পূর্ণ দিনে তাক কৰিব সংহাৰ ॥
যেন দিবানিশি ঘুৰি আছে সৰ্ব্বকালে ।
ষড় ঋতু যেন পৰিবৰ্ত্ত হুয়া চলে ॥
জন্ম মৃত্যু প্ৰাণীৰো জানিবা সেহিদৰে ।
উপজিলে মৰণ আছয় সমস্তৰে ॥
দেখি আছা নৰপতি মহাযোগীগণ ।
নিৰন্তৰে চিন্তি আছে ঈশ্বৰ চৰণ ॥
কাম ক্ৰোধ লোভ আদি ৰিপুত বৰ্জ্জন ।
কাৰো হিংসা নাচৰয় হৰি তেসে মন ॥
একমনে কৃষ্ণত অৰ্পিয়া নিজ প্ৰাণ ।
ধ্যান ধৰি চিন্তি আছে অৰণ্যত স্থান ॥
তথাপি কালত দেখা মিলিছে মৰণ ।
জানিৱা নিশ্চয় কেহো নাই অমৰণ ॥
হেন জানি তুমি ৰাজা চিন্তা নকৰিবা ।
আনৰ এড়িয়ো চিন্তা নিজেয়ো মৰিবা ॥

এতেকে তেজিয়ো শোক মানিয়া বচন ।
আপোন ৰাজ্যক তুমি কৰিয়ো গ্ৰহণ ॥
হেন শুনি যুধিষ্ঠিৰ মনে গুণি আতি ।
মৌনে ৰহিলন্ত ৰাজা একোকে নমাতি ॥
অনন্তৰে কৃষ্ণক বুলিলা ধনঞ্জয় ।
শুনা প্ৰাণ সখী কৃষ্ণ দৈৱকী তনয় ॥
ৰাজ্য হেতু আশা তেজিলন্ত যুধিষ্ঠিৰ ।
কিন্তু ভীম দদাৰ মনত নাহি স্থিৰ ॥
কিমতে লভিবো ৰাজ্য নেদেখো উপায় ।
মিছাতে কৰিলো হেন সমৰ দুৰ্জ্জয় ॥
মিছাতে সে পঞ্চ ভাই বনত ভ্ৰমিলো ।
দেশান্তৰি হুয়া নানা ক্লেশক ভুঞ্জিলো ॥
দীনজন সদৃশ ফুৰিলো নিৰন্তৰে ।
দাস কৰ্ম্ম কৰিলোঁহো বিৰাট নগৰে ॥
মিছাতে সে বধিলো সমৰে বহু প্ৰাণী ।
নিষ্ফল ভৈলেক সবে জানা চক্ৰপাণি ॥
বাঞ্চিত আছিল ৰাজ্য ভুঞ্জিবাক প্ৰতি ।
বিঘিনি পাতিল যুধিষ্ঠিৰ নৰপতি ॥
কিন্তু তযু বিনে প্ৰভু নেদেখো উপায় ।
তোমাৰ অসাধ্য সংসাৰত একো নাই ॥
ৰাজাৰ কৰিয়ো মায়া দূৰ নাৰায়ণ ।
যেন ৰাজ্য ভুঞ্জিবে তাহান হোৱে মন ॥

অৰ্জ্জুনৰ বচন শুনিয়া দামোদৰ।
ভক্তি ভাৱে চাপিলন্ত ৰাজাৰ ওচৰ ॥
হাতে ধৰি বুলিলন্ত বচন সাদৰি।
শুনা শুনা ৰাজা তুমি মন থিৰ কৰি ॥
যাৰ যেন মৰণ মিলিল কৰ্ম্ম ভাগে।
তাত তুমি অনুশোচ কৰিব নেলাগে ॥
নকৰা নকৰা পণ্ডু শোক অকাৰণ।
কান্দিলেও নপাইবাহা আৰু মৃত জন ॥
তুমি মহা জ্ঞানী অতি শাস্ত্ৰত নিপুণ।
জানি শুনি মিছা শোক কৰা পুনঃ পুন ॥
কিসক নুশুনা তুমি ব্যাসৰ বচন।
ইতৰ লোকৰ নয় কান্দা কিকাৰণ ॥
শোকে মন দিলে তাক ৰাজলক্ষ্মী এৰে।
বুদ্ধিক্ষয় আপোনাৰ শ্ৰীহানি কৰে ॥
এতেকতে ৰাজা তুমি শোক পৰিহৰা।
আমাৰ বচন পালি সুখে ৰাজ্য কৰা ॥
হেন মতে কৃষ্ণে বহু বুলিলা ৰাজাক।
পুনৰপি ব্যাসেযো বুলিলা নানা বাক ॥
তথাপিতো ৰাজা একো নিদিলা উত্তৰ।
অনন্তৰে বুলিলা নাৰদ মুনি বৰ।
শুনা শুনা ৰাজা তুমি অসন্তোষ এড়া।
সজ্জন জনৰ বাক্য অমান্য নকৰা ॥

মৃতকৰ হেতু শোক এড়িয়ো সত্বৰে।
কৰিয়ো গ্ৰহন ৰাজ্য হস্তিনা নগৰে ॥
সদাই কৰিবা ধৰ্ম্ম কথাক শ্ৰৱণ।
তেবেসে হৈবেক তযু শোক নিবাৰণ ॥
জ্ঞাতি বধ পাপ বুলি কৰি আছা ভয়।
আমাৰ বচনে তুমি নকৰা সংশয় ॥
গঙ্গাৰ তনয় ভীষ্ম বীৰ মহাজ্ঞানী।
সমস্ত ধৰ্ম্মৰ তত্ব তেহো আছে জানি ॥
মাৰ্কণ্ডেয় মুনিত লভিল মহাজ্ঞান।
তান মুখে ধৰ্ম্মতত্ব কৰিবা শ্ৰৱণ ॥
তেবে সে গুচিব তযু মনৰ সংশয়।
বুলিলো নিশ্চয় তাক জানা মহাশয় ॥
এবে তুমি কৰা শীঘ্ৰে স্বৰাজ্যে গমন।
বিলম্ব নকৰা আবে উঠা এতিক্ষণ ॥
হেন মতে নাৰদে বুলিলা বহু নীত।
শুনি নৰপতি স্থিৰ কৰিলা কিঞ্চিত ॥
এৰাইবে নোৱাৰি ৰাজা তিনিৰো বচন।
হস্তিনাক যাইবে আদেশিলা তেতিক্ষণ ॥
শুনি ভীম অৰ্জ্জুনৰ হৰিষ হৃদয়।
আনন্দ লভিলা দুয়ো মাদ্ৰীৰ তনয় ॥
কৃষ্ণৰো মনত আনন্দৰ সীমা নাই।
সাৰথি আনিলা ৰথ হেন চল পাই ॥

যুযুৎসু সঞ্জয় ধৃতৰাষ্ট্ৰ নৰপতি।
ভীম ধনঞ্জয় কৃষ্ণ সাত্যকি প্ৰভৃতি ॥
কুন্তী সমে যতেক আছিল নাৰীগণ।
সৰ্ব্বজন ৰথত উঠিলা তেতিক্ষণ ॥
পুত্ৰ শোকে গান্ধাৰীৰ বিকল স্বভাৱ।
শত পুত্ৰ সুমৰি কান্দিয়া বোলে মাৱ ॥
থাকা এহিস্থানে বাপু শতেক নন্দন।
তোমাসাক এড়ি মই কৰিলো গমন ॥
নিদাৰুণ বিধতা সৃজিলা কেন কৰি।
অভাগী গৃহক যাওঁ পুত্ৰ পৰি হৰি ॥
কান্দয় গান্ধাৰী সুমৰিয়া কৰ্ম্ম ভাগে।
সুজ্ঞান সাৰথি ৰথ ডাকিলন্ত বেগে ॥
কুৰুক্ষেত্ৰ এড়াই গৈলা কতোদুৰ পথ।
সিংহ নাদ কৰে ভীম পুৰি মনোৰথ ॥
শুনা জন্মিজয় কুৰু কুলৰ নন্দন।
বায়ু সুত ভীম আতি আনন্দে মগন ॥
কৌতূহলে ৰঙ্গে ঢঙ্গে নগৰক যাই।
শুনিয়া গান্ধাৰী শোকে মৃতক পৰাই ॥
অনন্তৰে পাইলা সবে নগৰীৰ কোল।
আনন্দ উৎসব আতি উঠে মহাৰোল ॥
নগৰক লাগি দুত আগ বাঢ়ি গৈলা।
আসিছে পাণ্ডৱ বুলি লোকত জনাইলা ॥

বাৰ্ত্তা শুনি প্ৰজাৰ সুখৰ নাহি অন্ত ।
মৃত শৰীৰত যেন জীৱন পাইলন্ত ॥
সবে প্ৰজাগণে কৰে লৱৰা লৱৰি ।
স্থান পৰিষ্কাৰ হেতু গৈলা ত্বৰা কৰি ॥
চিকুনাই নিৰ্ম্মল কৰিলা ঘাটবাট ।
দুৱাৰে দুৱাৰে আৰি দিলা আম্ৰপাত ॥
ৰুইলা কলা পচুলীৰ দুইপাশ জুৰি ।
দিলাহা তথাতে চাকিসব ভৰি পূৰি ॥
সাৰি সাৰি ঘট সব কৰিমা স্থাপন ।
স্থানে স্থানে সিঞ্চি দিলা সুগন্ধি চন্দন ॥
সুঘ্ৰাণ পুষ্পক আনি ৰুইলা মাজে মাজে ।
আগ বাঢ়িবাক গৈলা সকলো সমাজে ॥
বিপ্ৰগণে হাতে লৈয়া তুলশি মালাক ।
আগ হৈয়া আশীৰ্ব্বাদ দিলন্ত ৰাজাক ॥
পৰম সন্তোষ পাইলা মনে প্ৰজা যত ।
সিঞ্চে দুৰ্ব্বাক্ষত সবে ৰাজাৰ শিৰত ॥
নৃপতিক দেখি সুখ মিলিল প্ৰজাৰ ।
শুভ শুভ বুলি সবে দিলেক জোকাৰ ॥
সবে বোলে আমাসাৰ খণ্ডিল ললাট ।
এহি বুলি প্ৰজা সবে ছানি যাই বাট ॥
যেন বাপ পোৱে কতোকালে এক ঠাই ।
গুচিল বিয়োগ হৰিষৰ সীমা নাই ॥

বাদ্য ভগু বাৰে প্ৰজা অশেষ বিশেষ।
শুভক্ষণে ভৈলা ৰাজা নগৰে প্ৰবেশ ॥
ৰাজ্যে ৰাজা ভৈল যুধিষ্ঠিৰ মহাশয়।
প্ৰজাগণে আনন্দে কৰয় জয় জয় ॥
এহি মানে নাৰী পৰ্ব্ব ভৈল সমাপতি।
ৰচিলো পয়াৰ চন্দ দীন হীন মতি ॥
ভাৰতৰ নাৰীপৰ্ব্ব অমৃততো সাৰ।
পূৰ্ব্বে ব্যাস মুনি যাক কৰিলা প্ৰচাৰ ॥
ইহাক শুনিলে মহা পাপ যাই নাশ।
গুচিব দুৰ্গতি হোৱে বৈকুণ্ঠত বাস ॥
বোলো কৰযোৰে মই শুনা সৰ্ব্বজন।
অতি মূৰ্খ মতি মোৰ, নাজানো কথন ॥
নজানো শাস্ত্ৰৰ তত্ব নহওঁ পণ্ডিত।
তথাপি কৰিলো মই পদ বিৰচিত ॥
মোৰ পদ বুলি কেহো নিন্দা নকৰিবা।
হৰি কথা বুলি সাধুজনে আদৰিবা ॥
নমো নমো পৰম পুৰুষ নাৰায়ণ।
অখিল ব্ৰহ্মাণ্ড স্বামী দেৱ নিৰঞ্জন ॥
তুমি ইন্দ্ৰ তুমি সূৰ্য্য তুমি বৈশ্বানৰ।
আকাশ পাটাল তুমি পৰ্ব্বত সাগৰ ॥
তুমি সৰ্ব্ব বিশ্বব্যাপী জগত কাৰণ।
তোমাৰ চৰণে মই পশিলো শৰণ ॥

শৰাণাগতক নেৰিবাহা দেৱ হৰি।
ৰাখা মোক তোমাৰ দাসৰ দাস কৰি॥
মই ধৰ্ম্মেশ্বৰে প্ৰভু কৰিছো কাকুতি।
দিয়া হৰি তোমাৰ চৰণে মোক ৰতি॥
তযু চৰণৰ ভৃত্য বুলি কৰা দয়া।
দীনজনে মাগো প্ৰভু ভকতি অমিয়া॥
গুচায়োক হৰি মোৰ ভৱৰ আপদ।
তোমাৰ চৰণে মাগো ভকতি সম্পদ॥
বিধুৰ পিঠিত বসু স্থাপিবা হৰিষে।
তাত পাছে নেত্ৰ আৰু বানগণ শেষে॥
ইতো শঁকে শুক্ল পক্ষ ভৈল ফাল্গুনৰ।
দ্বাবিংশ দিৱস গত ভাৰ্গৱ বাসৰ॥
এই পুথি আজি মই কৰিলোহো শেষ।
দিবা অন্তে সন্ধ্যা আসি কৰিল প্ৰবেশ॥
শুনা সৰ্ব্বজনে ইতো ভাৰতৰ পদ।
ইহাক শুনিলে মহা গুচিব আপদ॥
বিষ্ণু বৈষ্ণৱৰ কথা ত্ৰৈলোক্যতে সাৰ।
যাক শুনি ভনি লোক তৰয় সংসাৰ॥
সাঙ্গো পাঙ্গে শুনা ইতো বৈষ্ণৱৰ কথা।
মূৰ্খৰ বচন বুলি নকৰা অন্যথা॥
হেন জানি কৃষ্ণৰ চৰণে দিয়া মন।
সমস্ত শাস্ত্ৰত পাইবা এহিসে বচন॥

দিনে দিনে মনুষ্যৰ আয়ুক্ষয় যায়।
কাল অজগৰে গিলে উমান নাপায়॥
যতে ততে একদিনা মিলিবে মৰণ।
যমৰ পুৰীক লাগি নিবে দূতগণ॥
যমৰ নগৰে শাস্তি ভুঞ্জাইবেক অতি।
হেন জানি হৰিৰ চৰণে দিয়া ৰতি॥
বিষ্ণু বৈষ্ণৱৱত দৃঢ় ভাৱে কৰা মন।
ৰাম ৰাম বুলি কৰা বৈকুণ্ঠে গমন॥

ইতি মহাভাৰতৰ নাৰী পৰ্ব্বৰ অন্তৰ্গত স্ত্ৰী পৰ্ব্ব সম্পূৰ্ণং।



সমাপ্ত।

